সচিত্ৰ ছমহীয়া আলোচনী




১ ম বছৰৰ ১ম সংখ্যা, ৫০৮ শঙ্কৰাব্দ, আহিন মাহ

শ্ৰীমন্ত শঙ্কৰদেৱ কৃষ্টি কেন্দ্ৰ, অসম, শিলচৰ মুখপত্ৰ

সম্পাদক:- শ্ৰীকমল কান্ত হাজৰিকা






# অসমৰ ৰাজহ আৰু অৰ্থমন্ত্ৰী, শ্বিলং কৃষ্টিকেন্দ্ৰৰ সভাপতি মাননীয় শ্ৰীমতিৰাম বৰা এম-এ, বি-এল, ডাঙৰীয়াৰ বাণী

শ্বিলং ৰাজধানী—উচ্চ শিক্ষিত অসমীয়া সমাজৰ বাসভূমি। এনে ঠাইত আশা অনুপাতে অসমীয়া সাহিত্য, কলা কৃষ্টিৰ সাধনা নোহোৱাতো দুখৰ কথা।

বৰ্ত্তমান শ্বিলঙৰ শ্ৰীমন্ত শঙ্কৰদেৱ কৃষ্টি কেন্দ্ৰৰ সৌজন্যত "মুক্তি" নামে সচিত্ৰ ছমহীয়া আলোচনী এখন, জগৎগুৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ জন্মোৎসৱ তিথি উপলক্ষে মুক্তিলাভ কৰিব। অস্পৃশ্যতা বৰ্জ্জন, ধৰ্ম্ম সম্বন্ধীয়, সমাজ আৰু জাতি গঠনমূলক প্ৰবন্ধ সম্ভাৰেৰে এই আলোচনীখন প্ৰকাশ হ'ব বুলি জানি, অত্যন্ত আনন্দ লাভ কৰিছোঁ।

আশাকৰোঁ অসমীয়া ৰাইজে এই নতুন আলোচনীখনক স্নেহৰ চকুৰে চাব আৰু সুধী সমাজে নানা উন্নয়নমূলক প্ৰবন্ধ পাতিৰ বৰঙণি দানে, "মুক্তিক" চানুকীয়া অৱস্থাৰ পৰা পূৰ্ণতা লাভ কৰাত সহায় কৰিব।

শেষত যি সকল সমাজ সেৱকে "মুক্তি" প্ৰকাশৰ দায়িত্ব বহন কৰিছে, সেইসকলৰ শলাগ লওঁ, আৰু "মুক্তি" নিয়মিতভাবে প্ৰকাশত বেছি তৎপৰতাৰে কাম কৰিবলৈ অনুৰোধ জনাওঁ।

"মুক্তি" দীৰ্ঘজীৱি হৈ, মানৱ কল্যাণৰ পথপ্ৰদৰ্শক হওঁক--এইয়ে আমাৰ আশা।

**শ্ৰীমতিৰাম বৰা**
অসমৰ ৰাজহ আৰু অৰ্থমন্ত্ৰী
সভাপতি
শ্ৰীমন্ত শঙ্কৰদেৱ কৃষ্টি-কেন্দ্ৰ, অসম, শ্বিলং।

# পূজ্যপাদ শ্ৰীশ্ৰীদিহিং সত্ৰাধিকাৰ গোসাঞীৰ বাণী

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ তিথি উপলক্ষে শ্ৰীমন্ত শঙ্কৰদেৱ কৃষ্টিকেন্দ্ৰ (অসম) প্ৰকাশিত পত্ৰ এই ছমহীয়া কমিটিৰ আলোচনী চলোৱাৰ লাগনী পাই আমি বিশেষ আনন্দ পাইছো।

বৰ্তমান আমাৰ সমাজত চলি থকা অস্পৃশ্যতা আদি সামাজিক বেমাৰবোৰ দূৰ কৰাত আৰু সমাজৰ আধ্যাত্মিক আৰু নৈতিক মান উন্নত কৰাত এনে আলোচনাই বিশেষ সহায় কৰিব বুলি আমাৰ দৃঢ় বিশ্বাস।

অসমত অস্পৃশ্যতা দূৰীকৰণ বিষয়ত অসমৰ শ্ৰদ্ধেয় সত্ৰাধিকাৰসকলে বিশেষকৈ সত্ৰাধিকাৰসকলে উপদেশ আৰু আৰ্হিৰ দ্বাৰা এই অস্পৃশ্যতা ব্যাধি সমূলে নিৰ্মূল কৰিবৰ আৱশ্যক হৈ পৰিছে।

সমাজ গঠনত যুৱকসকলৰ বিশেষ দায়িত্ব আৰু কৰ্তব্য আছে। কিয়নো ধৰ্মৰ ধৰ্ম আৰু সমাজ ওতঃপ্ৰোতভাৱে জড়িত। সেইকাৰণেই ব্যাপক সমাজ সংস্কাৰ কৰোঁতে যুৱকসকলৰ পাৰস্পৰিক সহায় সমৰ্থন একান্ত প্ৰয়োজন।

যোৱা বছৰৰো আগৰ পৰাই আমাৰ সত্ৰৰ নামঘৰত জাতিবৰ্ণ নিৰ্বিশেষে সদাচাৰীসকলো শিষ্যকে প্ৰৱেশাধিকাৰ দিয়া হৈছে। আশাকৰো আমাৰ এই সংস্কাৰমূলক কাৰ্য্যত শ্ৰদ্ধেয় সত্ৰাধিকাৰসকলে নিজ নিজ সত্ৰৰ নামঘৰত এই আৰ্হি দেখুৱাই আমাক ভৱিষ্যতে এনে কামত আৰু বেছি আগবাঢ়ি যাবলৈ উদ্গনি দি সমাজ তথা দেশৰ মঙ্গল চিন্তা কৰিব।

শ্ৰীশ্ৰীদিহিং সত্ৰাধিকাৰ গোসাঞী।

১০ শাওণ। ৬১ চন।




# সদৌ অসম তপছীলভুক্ত জাতিসংঘৰ সভাপতি শ্ৰীচিদানন্দ দাস ডাঙৰীয়াৰ বাণী

শ্ৰীমন্ত শঙ্কৰদেৱৰ কৃষ্টি কেন্দ্ৰ, অসম, শ্বিলঙৰ পৰা "মুক্তি" নামে এখনি আলোচনী শ্ৰীমন্ত শঙ্কৰদেৱৰ জন্ম উৎসৱ দিনাই প্ৰকাশ কৰিবলৈ দিহা কৰা হৈছে। এই আলোচনীত ধৰ্ম্ম সম্বন্ধীয়, জাতি আৰু সমাজ গঠনমূলক প্ৰবন্ধাদি থাকিব। লগতে অস্পৃশ্যতা দূৰীকৰণৰ সমলবিলাকো প্ৰকাশ পাব। এই আলোচনীখনি সকলো ৰাইজৰ ওচৰতে যে আদৰ আৰু সহানুভূতি পাব—ইয়াত সন্দেহ নাই।

অস্পৃশ্যতা দূৰ কৰা মানে অকল যে, সকলোৱে মাজত সমানে খোৱা বোৱাৰেই ব্যৱস্থা—এনে নহয়। অস্পৃশ্যতা দূৰ কৰাৰ আৰু ব্যাপক অৰ্থ আছে। ঘৃণা এটা ভয়ঙ্কৰ কথা। এই ঘৃণাৰ পৰাই গোটেই মানুহ সমাজৰ মাজত বহু জঘন্য জঘন্য ঘটনা হৈ যোৱাৰ পাচতো, হব লাগিছে। এই ঘৃণা কি ভয়ঙ্কৰ বস্তু—সম্ভৱত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে যেনেকৈ বুজিব পাৰিছিল—তেনেকৈ অতি কম মানুহেই বুজিবলৈ সক্ষম হৈছে। তাৰ ফলতেই, অসমত বা অসমীয়া হিন্দু সমাজত অস্পৃশ্যতা নাই বুলিয়েই কোনো কোনো জনে স্পষ্টকৈ কবলৈকো সাহ কৰিব পাৰিছে। ইয়াৰ দ্বাৰা প্ৰমাণ হয়, অসমীয়া সমাজ এই বিষয়ত ভাৰতৰ বহু সমাজতকৈ উন্নত। অতএব, অস্পৃশ্যতাৰ যি অকণমান দোষ অসমত আছে তাক দূৰ কৰিবলৈ অসমীয়া সমাজে বেচি ভাবিব চিন্তিব সম্ভৱতঃ নেলাগে। সমাজৰ দৃষ্টিভঙ্গী আৰু অলপ বহলাব পাৰিলেই অসমৰ পৰা অস্পৃশ্যতা অনায়াসে নিৰ্মূল হব বুলি আশা কৰা যায়।

"মুক্তি"য়ে এই পথ উলিয়াই দিয়ক আৰু অসমীয়া জাতিয়ে এই বিষয়ত যেন ভাৰতৰ পথ প্ৰদৰ্শক হৈ উঠক, এইয়ে আমাৰ অন্তৰৰ আশা।

**শ্ৰীচিদানন্দ দাস,** সভাপতি
সদৌ অসম তপছীলভুক্ত জাতি সংঘ।
ডিব্ৰুগড, ইং ২৭।৯।'৫৬।

## শ্ৰীমন্ত শঙ্কৰদেৱ কৃষ্টি কেন্দ্ৰ, অসম, শ্বিলং।

### আলোচনী প্ৰকাশ সমিতি।

১। শ্ৰীসুৰেন্দ্ৰ চন্দ্ৰ দত্ত—সভাপতি।
২। শ্ৰীকল্প কান্ত হাজৰিকা—সম্পাদক।
৩। শ্ৰীৰমেশ চন্দ্ৰ ডেকা—সহঃ সম্পাদক।
৪। শ্ৰীমহাম সিং, এম, এল, এ,—সভ্য।
৫। শ্ৰীউমা কান্ত শৰ্ম্মা— সভ্য
৬। শ্ৰীকৃষ্ণ বিহাৰি বৰুৱা— ,,
৭। শ্ৰীচন্দ্ৰ কুমাৰ মজুমদাৰ— ,,
৮। শ্ৰীমোহন নাথ— ,,
৯। শ্ৰীশ্ৰীমন্ত কুমাৰ বৰুৱা— ,,

### মুক্তিৰ সম্পাদনা সমিতি

১। শ্ৰীসুৰেন্দ্ৰ চন্দ্ৰ দত্ত—সভাপতি।
২। শ্ৰীকল্প কান্ত হাজৰিকা—সম্পাদক।
৩। শ্ৰীকৃষ্ণ বিহাৰি বৰুৱা—সভ্য।
৪। শ্ৰীউমা কান্ত শৰ্ম্মা—সভ্য।
৫। শ্ৰীৰমেশ চন্দ্ৰ ডেকা—সভ্য।
৬। শ্ৰীমোহন নাথ—সভ্য

# মুক্তি

## সচিত্ৰ ছমহীয়া আলোচনী।

### নিয়মাৱলী

১। বৰ্ত্তমান প্ৰতি ছমাহে মুক্তিৰ একোসংখ্যা ওলাব আৰু বছৰ আহিন মাহৰ পৰা আৰম্ভ হব।

২। বছেৰেকীয়া বৰঙণি ২৲ টকা আৰু প্ৰতি সংখ্যাৰ মূল্য ১৲ টকা মাত্ৰ।

৩। বৰঙণি আগতে সোধালেহে আলোচনী পঠাব পৰা হব।

৪। তলত দিয়া বিষয় সম্বন্ধীয় প্ৰৱন্ধাদি মুক্তিত প্ৰকাশ কৰা হব। ৰাজনীতিৰ আলোচনাই ইয়াত ঠাই নাপাব।

(ক) বৈষ্ণৱধৰ্ম্ম, সমাজ, সাহিত্য, কৃষ্টি কলা আদিৰ মৌলিক আলোচনা।
(খ) মহাপুৰুষ আৰু ধৰ্ম্ম প্ৰচাৰকসকলৰ জীৱনী আৰু কাৰ্য্যকলাপৰ আলোচনা।
(গ) বৈষ্ণৱ ধৰ্ম্মৰ পুৰণি সাহিত্যৰ অপ্ৰকাশিত পুথিৰ আলোচনা প্ৰকাশ আদি।
(ঘ) ধৰ্ম্ম সম্বন্ধীয় তথ্যমূলক বিচাৰ।
(ঙ) নীতিমূলক, গল্প, প্ৰৱন্ধ আদিৰ আলোচনা।

৫। সকলো প্ৰৱন্ধপাতি কাকতৰ এপিঠিত চাফ্‌চিকণকৈ লিখি সম্পাদক "মুক্তি", "মুক্তি কাৰ্য্যালয়," শ্ৰীমন্ত শঙ্কৰদেৱ কৃষ্টিকেন্দ্ৰ, অসম, শ্বিলং—এই ঠিকনাত পঠাই যেন।

৬। বৈষ্ণৱ ধৰ্ম্ম সম্বন্ধীয় কোনো পুথি প্ৰকাশৰ কাৰণে পঠালে গোটেইখন পুথি বা তাৰ নকল ৰেজেষ্টাৰী কৰি পঠাব লাগিব।

৭। অমনোনীত প্ৰৱন্ধপাতি ঘূৰাই পঠোৱা নহব। প্ৰৱন্ধৰ নকল ৰাখি পঠাই যেন।

৮। মুক্তিত প্ৰৱন্ধাদি সম্বন্ধীয় ফটো যোগাতানুযায়ী প্ৰকাশ কৰা হব।

৯। প্ৰৱন্ধাদি নিৰ্ব্বাচনৰ ক্ষমতা আলোচনী সম্পাদনা সমিতিৰ হাতত থাকিব।

১০। 'মুক্তি'ৰ বৰঙণি সম্পাদক, আলোচনী প্ৰকাশ সমিতি, শ্ৰীমন্ত শঙ্কৰদেৱ কৃষ্টিকেন্দ্ৰ, অসম, শ্বিলং এই ঠিকনাত পঠাই যেন।

সম্পাদক,
"মুক্তি"

# সূচী পত্ৰ



## —অনুৰোধ—

সদাশয় বহুতো লোকৰ পৰা "মুক্তি"ত প্ৰকাশাৰ্থে প্ৰবন্ধপাতি আহে, কিন্তু বহুতো প্ৰবন্ধ ভালদৰে, যত্নসহকাৰে লিখা হৈ নাহে। আমি আলোচনীখনি আঁতৰৰ প্ৰেছত ছপা কৰিবলগীয়া হৈছে। গতিকে প্ৰবন্ধপাতি পৰিষ্কাৰভাবে কাগজৰ এপিঠিত ধুনীয়াকৈ লিখি পঠালে ভাল হয়। কাৰণ আমি ইয়াত প্ৰবন্ধবোৰ দুনাই পৰিষ্কাৰকৈ লিখা সম্ভৱপৰ নহয়। লিখকসকলে এই কথালৈ লক্ষ্য ৰাখিব বুলি অনুৰোধ জনালোঁ।

সম্পাদক—"মুক্তি"

# মুক্তি

( সচিত্ৰ ছমহীয়া আলোচনী )

জয় গুৰু শঙ্কৰ        সৰ্ব্ব গুণাকৰ
যাকেৰি নাহিকে উপাম,
তোঁহাৰি চৰণক        ৰেণু শত কোটি
বাৰেক কৰোঁহো প্ৰণাম।

১ম বছৰ    ১ম সংখ্যা    ৫০৮ শঙ্কৰাব্দ    আহিন মাহ

## শ্ৰীশ্ৰীশঙ্কৰদেৱ

( কবিতা )

শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা।

পুণ্যময় জীৱনৰ পবিত্ৰ কাহিনী,
অতৃপ্ত পৰাণে শুনে কত যুগ ধৰি,
তথাপি নতুন সেই অতীত ৰাগিনী,
তোলায় প্ৰাণত পুনু আনন্দ লহৰি।
সৰগ জেউতি আনি মৰত মাজত,
মুক্তিৰ মুকলি বাট দিলা দেখুৱাই,
শান্তিৰ, কৰুণা কণা লভি জীৱনত,
হেলাৰঙে হাঁহি মুখে সবে আগুৱায়।

চৌদিশে পৰিছে তাৰ বিমল কিৰণ,
ৰাখিলা অতুল কীৰ্ত্তি যাউতি যুগীয়া,
তযু চৰণত দেৱ শত নমস্কাৰ,
অসমত জন্মি তুমি বিলালা অমিয়া।
ভক্তিৰে ওপচে হিয়া ধীৰ যোগীবৰ,
অসীম সাধনা তব পৰিলে মনত,
নিমাত নীৰব হৈ চাওঁ একেথিৰে
তোমাৰ তুলনা মাথোঁ তুমি জগতত।

# নৈতিক জীৱনৰ মান

শ্ৰীদুলাল ভুঞা।

কাম কৰাৰ একেটা মাথোন পন্থা আছে বুলি কোৱা হয় আৰু সেইটোৱেই সজ পন্থা। ইউৰুপীয় দাৰ্শনিক পণ্ডিত কাণ্টৰ মতে মানুহে মানুহ হিচাবে থাকিবলৈ হলে সদায় সজ পন্থা অবলম্বন কৰিবলৈ বাধ্য। কাৰণ মানুহ মূলতঃ বিবেচনাশীল আৰু বিবেকৰ নিৰ্দ্দেশ অনুসৰি কাম কৰাটোৱেই মানুহৰ নীতি। সেইদেখি মানুহৰ জীৱনত নীতি-বিৰোধী আচৰণ তেওঁৰ মতে আত্ম-বিৰুদ্ধ কথা হৈ পৰে। অৰ্থাৎ অসজ কিম্বা নীতি-বিৰোধী আচৰণে মানুহক মানুহ কৰি নাৰাখে—মনুষ্যত্বহীন কৰি তোলে। কাণ্টৰ এই মতবাদৰ পোনপটীয়া নিৰ্দ্দেশ হ'ল দৃঢ়ভাৱে পবিত্ৰ জীৱনৰ সাধনা কৰা। নৈতিক জীৱনত কোনো আঁউসী-একাদশীৰ প্ৰশ্ন নাই, কোনো লাভ-লোকচানৰ বিচাৰ থাকিব নোৱাৰে। যি সজ তাক সম্পাদন কৰিব লাগে আৰু যি অসজ তাক পৰিহাৰ কৰিব লাগে। গীতাৰো মূল শিক্ষা হৈছে নিষ্কামভাৱে কৰ্ত্তব্য সম্পাদন কৰা। অৰ্থাৎ যি কৰ্ত্তব্য তাক কৰ্ত্তব্য বুলিয়েই সম্পাদন কৰিব লাগে, কোনো ফলাফলৰ আশাত নহয়। এনেকুৱা নীতি-আদৰ্শই মানুহৰ আচৰণ সজ কৰি তোলে আৰু সমাজৰ শৃঙ্খলা আৰু নীতিৰ মানো উন্নত কৰি তুলিব পাৰে।

কিন্তু বাহিৰৰ সমাজখনত জানো এই আদৰ্শই আশানুৰূপ সমাদৰ লাভ কৰিব পাৰিছে? নিঃস্বাৰ্থভাৱে সজ জীৱন যাপন কৰা লোকৰ আহিয়েই বা কিমান ওলাব? দেখা আৰু শুনা কথা বিশ্বাস কৰিব লাগিলে, বৰ্ত্তমান সমাজৰ নৈতিক জীৱনৰ মান ওখ নহয়। সংকীৰ্ণ স্বাৰ্থৰ খাতিৰত মানুহে পৰোক্ষভাৱে হলেও ন্যায়-বিচাৰ পৰিহাৰ কৰা যেন লাগে। বিধি অনুসৰি বাধ্য নহলে সাধাৰণতে মানুহে সজ কাম কৰিবলৈ আগ নাবাঢ়ে। ধৰা নপৰিলে চুৰ কৰিও নিজৰ স্বাৰ্থ সিদ্ধি কৰিবলৈ ওলোৱা লোকৰ অভাৱ নাই। তাৰ পৰিণামত সমাজৰ বিভিন্ন ক্ষেত্ৰত দুৰ্নীতিয়ে খোপনি পুতি ললে আৰু গোটেই সমাজৰ নৈতিক মেৰুদণ্ড ঘূণীয়া হৈ পৰিল। নীতি-বিচাৰৰ প্ৰতি মানুহৰ উদাসীন মনোভাৱে অনীতি-অনাচাৰৰ প্ৰচলন বঢ়াইছে। ন্যায়-অন্যায়ৰ প্ৰশ্ন উত্থাপন কৰিলে কোনো কোনো লোকে পুতৌ কৰিহে সন্তোষ লাভ কৰে।

সংসদ কিম্বা বিধান সভাই মানুহক সজ নকৰে,—মানুহ সজ হয় নিজৰ বিচাৰ বিবেচনাত, নিজৰ নীতি-আচাৰৰ দ্বাৰা। বিধান সভাই বিধি প্ৰণয়ন কৰে, সমাজৰ শান্তি শৃঙ্খলা ৰক্ষাৰ অৰ্থে। শাস্তিৰ ভয় দি এই বিধি জনসাধাৰণৰ মাজত প্ৰৱৰ্ত্তন কৰিবলৈ বিচৰা হয়। কিন্তু বিধি মাত্ৰেই ন্যায়সঙ্গত নহব পাৰে। বিধিৰ গুণাগুণ নিভৰ কৰে প্ৰণেতাসকলৰ আদৰ্শৰ ওপৰত। এই আদৰ্শ সজ বুলি বিবেচিত নহলে বিধি অনুসৰি কৰা কামো নৈতিক ফালৰ পৰা অসজ হব পাৰে। সেই কাৰণে কেৱল বিধি-বিধানৰ ব্যৱস্থাই মানুহৰ চৰিত্ৰ সম্পূৰ্ণৰূপে সজ কৰি নোতোলে। বিধি-বিধানৰ সংকীৰ্ণ গণ্ডীৰ বাহিৰতো এটা বহল পৰিৱেশৰ মাজত মানুহৰ আচৰণৰ বিচাৰ কৰা হয়। এই বিচাৰৰ বিচাৰকো কৰ্ম্ম-কৰ্ত্তা নিজেই। ন্যায়-অন্যায়, সজ-অসজ কিম্বা ধৰ্ম্মাধৰ্ম্মৰ বোধ বিকাশ হয়, এই পৰিৱেশৰ

মাজত। মানুহৰ আত্ম-বিচাৰত যি সজ বুলি প্ৰতিপাদিত হয়, সিয়েই-সজ আৰু সিয়েই কৰ্ত্তব্য।

বাস্তৱ আৰু আদৰ্শৰ সংঘাতত মানুহৰ নৈতিক জীৱন গঢ়ি উঠে। মানুহে বিচাৰে কি? মানুহে বিচাৰে পৰিপূৰ্ণ জীৱনৰ সুখ-সম্পদ। এই অনন্ত আকাঙ্ক্ষা পূৰণৰ পথত মানুহে প্ৰবৃত্তিৰ প্ৰলোভন অতি-ক্ৰম কৰি বিবেকৰ নিৰ্দ্দেশ মানি চলিবলৈ চেষ্টা কৰে। এই আত্ম-সংযমৰ প্ৰচেষ্টাই নৈতিক জীৱনৰ পাতনি। কামনা-বাসনা আদি স্বাভাৱিক প্ৰবৃত্তিবোৰে মানুহক ক্ষন্তেকীয়া সুখৰ মৰীচিকা দেখুৱায়। এই মৰীচিকাত ভোল গৈ কোনো কোনো দুৰ্ব্বলমনালোকে অসজ কিম্বা নীতি-বিৰোধী আচৰণত লিপ্ত হয়। কিন্তু সুস্থ আৰু বলিষ্ঠমনে প্ৰবৃত্তিৰ প্ৰলোভনত বিচলিত নহয়। আদৰ্শ-জীৱনৰ লক্ষ্যত যি কাম কৰা সমুচিত বুলি ভাবে তাকেহে তেনে লোকে কৰে—ভাল লগা বেয়া লগালৈ ভ্ৰূক্ষেপ নকৰে। এনেদৰে প্ৰবৃত্তি আৰু বিবেক, বাস্তৱ আৰু আদৰ্শ, বৰ্ত্তমান আৰু ভবিষ্যতৰ সংঘৰ্ষ অতিক্ৰম কৰি মানুহে নৈতিক জীৱন পৰিপুষ্ট কৰি তোলে। কৰ্ত্তব্যবোধৰ-প্ৰেৰণাত সমাজৰ সমূহীয়া কল্যা-ণৰ হকে নিজৰ সংকীৰ্ণ স্বাৰ্থ বিসৰ্জ্জন দিবলৈ শক্তি লাভ কৰে। এই প্ৰেৰণা আৰু শক্তিয়েই মানুহৰ জীৱনৰ বৈশিষ্ট্য।

আদিম যুগৰ মানুহটোৱে নিজৰ বাহিৰে পৰৰ কথা ভাবিব নোৱাৰিছিল। আত্ম-তুষ্টিয়েই আছিল তাৰ সৰল জীৱনৰ চৰম লক্ষ্য। ভোক-পিয়াহৰ অভাৱ পূৰাব পাৰিলেই সি কৰ্ত্তব্য পূৰ হোৱা বুলি ধৰি লৈছিল। সজ-অসজ কিম্বা ন্যায়-অন্যায়ৰ কৃত্ৰিম চিন্তাই তাক স্পৰ্শ কৰা নাছিল। লাহে লাহে বাহিৰৰ পৰিবেশে তাৰ জীৱনৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিবলৈ ধৰিলে। আনৰ লগত সম্পৰ্ক গঢ়ি, সি নিজৰ জীৱন-যাপনৰ পথ সুচল কৰি ললে। সমাজ আৰু সভ্যতাৰ গতিৰ লগে লগে তাৰ বোধ জন্মিল যে তাৰ কল্যাণ আনৰ কল্যাণৰ লগত সংশ্লিষ্ট হৈ আছে। তেতিয়া সি নিজৰ উপৰিও আনৰ কথা চিন্তা কৰিবলৈ ধৰিলে—গুটীয়া প্ৰচেষ্টা এৰি যুটীয়া কল্যাণৰ কথা ভাবিবলৈ ধৰিলে। এনেদৰেই তাৰ হিতাহিত জ্ঞানৰ উদ্ভৱ আৰু বিকাশ হবলৈ পালে।

মানুহৰ নৈতিক জীৱনৰ লগত সামাজিক পৰিবেশৰ ঘনিষ্ঠ সম্পৰ্ক আছে। সমাজৰ সম্পৰ্ক নাথাকিলে এজনৰ গুটীয়া জীৱনত সজ-অসজ কিম্বা ন্যায়-অন্যায়ৰ বিচাৰ অবান্তৰ হৈ পৰে। এটা কথা স্পষ্টকৈ বুজিব পাৰি যে আজিৰ সমাজত কোনো লোকেই স্বয়ম্ভূ নহয়—ব্যক্তি মাত্ৰেই সমাজৰ ওপৰত সম্পূৰ্ণৰূপে নিৰ্ভৰশীল। জন্মৰ লগে লগেই শিশুটোৱে আংশিকভাৱে হলেও পূৰ্ব্ব পুৰুষৰ গুণৰাশি অধিকাৰ কৰে। তাৰ পিচত যিখন সমাজত সি ডাঙৰ-দীঘল হয় সেই সমাজৰ বায়ু-পানী, আচাৰ-নীতি আৰু আদৰ্শ আকাঙ্ক্ষাই তাৰ শৰীৰ আৰু মনৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰে। ব্যক্তিৰ চৰিত্ৰ আৰু ব্যক্তিত্ব গঢ়ি উঠে সম্পূৰ্ণৰূপে সমাজৰ সম্পৰ্কত। সেইদেখি সমাজৰ হিতেই শেহত ব্যক্তিৰো হিত হৈ পৰে; আৰু এই সমূহীয়া হিতৰ লক্ষ্যতেই তাৰ আচৰণ সজ বা অসজ বুলি প্ৰতিপন্ন কৰা হয়।

এতিয়া প্ৰশ্ন হৈছে মানুহ সজ হব পাৰে-কেনেকৈ। গ্ৰীক দাৰ্শনিক পণ্ডিত এজনে মন্তব্য কৰিছিল যে "জ্ঞানেই ধৰ্ম্ম"। অৰ্থাৎ সজ-আচৰণৰ বাবে নীতি-জ্ঞান নিতান্ত প্ৰয়োজনীয়। কিন্তু সজ-জ্ঞান থাকিলেই জানো মানুহ সজ হয়? ই বিশ্বাসযোগ্য নহয়। জ্ঞানৰ অভাৱতেই যে আমি সজ হব পৰা নাই, এনে নহয়। তেনে হোৱা হলে আমাৰ সমাজত "বিৰাল তপস্বীৰ ভাও" কমিলহেঁতেন। জানি শুনিয়েই মানুহে অসজ কাম কৰে। বেছিভাগ ক্ষেত্ৰতেই অসজ অভিপ্ৰায় সিদ্ধিৰ কাৰণে লোকে দস্তুৰমতে বুদ্ধি সাজে। সেয়েহে সমাজৰ বিভিন্ন ক্ষেত্ৰত দুৰ্নীতিৰ প্ৰভাৱ ইমান পৰিমাণে

বাঢ়িব পাৰিছে। বজাৰ-সমাৰ, অনুষ্ঠান-প্ৰতিষ্ঠান সকলো ক্ষেত্ৰতেই ন্যায়তকৈ অন্যায়ৰ প্ৰচলন বেছি বুলি সাধাৰণ লোকৰ ধাৰণা। মিজিংমাজাংকৈ ফুৰা বাটৰ অচিনাকি মানুহটো সজ বুলি ধৰি লবলৈ আমাৰ আস্থাও নাই, সাহসো নাই। ৰাতি দুৱাৰ-মাৰি থাকিও আমি কেতিয়াবা নিৰাপদবোধ নকৰোঁ।

আমাৰ সমাজৰ এই বিৰূপ ছবিৰ পৰা ন্যায়-অন্যায়ৰ কোনো বাছ-বিচাৰ নাই বুলি প্ৰতিপাদিত হোৱা নাই। নিশাৰ অন্ধকাৰে পোহৰৰ সত্ত অস্বীকাৰ নকৰে। বৰং বৰ্ত্তমানৰ অৱস্থাই নীতি-বিচাৰৰ গুৰুত্বৰ প্ৰতি সকীয়াইহে দিছে। আনহাতে ন্যায়-অন্যায়, কিম্বা ধৰ্ম্মা-ধৰ্ম্মৰ বিচাৰ তেনেই সহজসাধ্যও নহয়। জীৱনৰ ঘাট-প্ৰতিঘাটৰ মাজত মানুহে পৰস্পৰ বিৰুদ্ধ কৰ্ত্তব্যৰো সন্মুখীন হব লগীয়া হয়। তেনে সঙ্কটাৱস্থাত কৰ্ম্ম কৰ্ত্তা বিমোৰত পৰে আৰু সময়বিশেষে নিষ্ক্ৰীয হৈ পৰে। কুৰুক্ষেত্ৰ যুদ্ধৰ সময়ত অৰ্জ্জুনৰ সন্মুখত যি কৰ্ত্তব্য-সমস্যাৰ উদ্ভৱ হৈছিল, সি কমবেছি প্ৰায় সকলো লোকৰ জীৱন-যুদ্ধতেই ঘটি আছে। কৌৰৱৰ বিৰুদ্ধে চলোৱা কায়িক সংগ্ৰামৰ উপৰিও অৰ্জ্জুনে অন্তৰ-ৰাজ্যত এখন বিৰাট সংগ্ৰামৰ সন্মুখীন হৈছিল। উভয় সংগ্ৰামতেই অৰ্জ্জুনৰ জয়লাভ নিয়তিৰ বিধান আৰু কাব্যকাৰৰ ৰচনা-কৌশলৰ পৰিচায়ক। কাৰণ পৰস্পৰ-বিৰুদ্ধ কৰ্ত্তব্যত উচিত-মাৰ্গ অনুসৰণৰ ইঙ্গিত দিয়াই আছিল কাব্যকাৰৰ মূল লক্ষ্য। কিন্তু অৰ্জ্জুনৰ অলৌকিক জয়ে ন্যায় আৰু ধৰ্ম্মৰ মান সম্পূৰ্ণৰূপে ৰক্ষা কৰিলে নে নাই সি চিৰন্তন প্ৰশ্ন হৈ থাকিব। ধৰ্ম্মাধৰ্ম্মৰ বিচাৰ-সমস্যা আজিৰ প্ৰশ্ন নহয়। যক্ষৰ প্ৰশ্নৰ উত্তৰত এসময়ত যুধিষ্ঠিৰে কৈছিল যে ধৰ্ম্মৰ তত্ত্ব বিচাৰি উলিৱা টান—যুক্তি-তৰ্কেৰে ইয়াক প্ৰতিষ্ঠা কৰিব নোৱাৰি, বেদ বেদাঙ্গাদিৰো বিভিন্ন মত আৰু ঋষি-মুনিসকলৰো এই সম্পৰ্কে মতৰ মিল নাই। সেইদেখি ধৰ্ম্মাধৰ্ম্ম নিৰূপণত মহাপুৰুষসকলে যি বাটেৰে চলে আমিও সেই সেই বাটেদি যোৱা উচিত—"মহাজনো যেন গতঃ স হি পন্থাঃ"।

এতিয়া প্ৰশ্ন হৈছে মহাজন বা মহাপুৰুষনো কাক বোলে। "শ্ৰীমদ্ভগবগীতা ৰহস্য" নামৰ পুথিৰ পাতনিত গ্ৰন্থকাৰ লোকমান্য বাল গঙ্গাধৰ তিলকে এই প্ৰশ্নৰ সম্যক আলোচনা কৰিছে। আমাৰ শাস্ত্ৰসমূহত অনেক মহাপুৰুষৰ কাৰ্য্য-কলাপৰ বৰ্ণনা আছে। শ্ৰীৰামচন্দ্ৰই সীতাক ৰাৱণৰ হাতৰ পৰা উদ্ধাৰ কৰি আনি অগ্নিত পৰীক্ষা কৰি নিষ্কলঙ্ক চৰিত্ৰৰ প্ৰমাণ পাইছিল। তথাপি লোকাপবাদ বাৰণৰ হেতু সীতাক বনবাস খপিবলৈ পঠাইছিল। ই জানো মহাপুৰুষৰ আদৰ্শ বিচাৰ? আন এটি আখ্যানত আছে যে শ্ৰীৰামচন্দ্ৰই সুগ্ৰীৱৰ বন্ধুত্ব ৰক্ষাৰ্থে সুগ্ৰীৱৰ শত্ৰু বালিক শত্ৰুৰূপে গণ্য কৰি বধ কৰিছিল। ইও জানো মহাপুৰুষৰ সজ আচৰণ? পৰশুৰামে পিতৃ আজ্ঞা পালনৰ হেতু মাতৃক হত্যা কৰিছিল। এনেকুৱা নৃশংস কৰ্ম্ম সাধাৰণ লোকৰ কল্পনাৰো অতীত। কুৰুক্ষেত্ৰ ৰণত দ্ৰোণাচাৰ্য্যক—অন্য উপায়ে হৰুৱাব নোৱাৰি ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰে "অশ্বত্থমা হত কিন্তু ইতি গজ" মিথ্যা অস্ত্ৰৰ আশ্ৰয় লৈছিল। ই জানো মহাপুৰুষৰ অনুকৰণীয় আচৰণ? আনকি স্বৰ্গপুৰীৰ দেৱতাসকলৰ মাজতো এনেকুৱা আদৰ্শভ্ৰষ্ট চৰিত্ৰৰ অলেখ উদাহৰণ পোৱা যায়। আধুনিক যুগৰ মহাপুৰুষৰ চৰিত্ৰতো যে এনেকুৱা ক্ৰিয়া কলাপৰ নমুনা নোলাব তাক ডাঠি কব নোৱাৰি। বুঢ়া কালত হয়তো বহুতৰে মতিগতি লৰে। সেইদেখি তেনেলোকৰ চৰিত্ৰ বিচাৰ যোগ্য নহয় বুলিও কোনো কোনো লোকে অভিমত দিব পাৰে। আনহাতে সাধাৰণ ৰীতি-নীতি কিম্বা মানদণ্ডেৰে মহাপুৰুষৰ আচৰণ বিচাৰ কৰা নহয় বুলিও কোনো কোনো লোকৰ ধাৰণা। মহাপুৰু-

ষৰ কাৰ্য্যাৱলী শ্ৰীকৃষ্ণৰ লীলা "আৰ্ষ প্ৰয়োগ" বুলি ধৰি ললে সাম্প্ৰতিক ব্যাখ্যা হব পাৰে, কিন্তু মূল প্ৰশ্নৰ সমাধান হব নোৱাৰে। কিযনো তেতিয়া হলে মহাপুৰুষৰ আঁহি অনুকৰণীয় হব নোৱাৰে। উত্তৰ চৰিতত "মহাজনক" হেনো জনসাধাৰণ অৰ্থত প্ৰয়োগ কৰা হৈছে। এই অৰ্থ মানি ললে জনসাধাৰণে যি পথেৰে চলে আমিও সেই পথেৰে চলা উচিত। কিন্তু ন্যায়-অন্যায আৰু ধৰ্ম্মাধৰ্ম্মৰ বিচাৰ গণ-তান্ত্ৰিক মতৰ ওপৰত নিৰ্ভৰ নকৰে। অধিকসংখ্যক ভোটৰ দ্বাৰা মিছাক সঁচা, অন্যাযক ন্যায কিম্বা অসজক সজ কৰিব নোৱাৰি। তাৰ উপৰিও জটিল পৰিস্থিতিৰ উদ্ভৱ হলে, জনসাধাৰণে ন্যায-অন্যায কিম্বা ধৰ্ম্মাধৰ্ম্মৰ বিচাৰ কৰিব নোৱাৰে বুলিহে মহাজনৰ আদৰ্শ অনুসৰণ কৰাৰ প্ৰশ্ন উঠে।

উল্লিখিত প্ৰসঙ্গত নীতি-বিচাৰৰ প্ৰশ্ন মীমাংসা কৰা আচলতে সমস্যামূলক। এটা কথা সুনিশ্চিত ভাবে ক'ব পাৰি যে কোনো বাহিৰা কৰ্তৃত্বশীল শক্তিৰ ওপৰত এই বিচাৰ নিৰ্ভৰ নকৰে। শাস্ত্ৰীয কিম্বা ৰজাঘৰীযা কৰ্তৃত্বই ধৰ্ম্ম আৰু বিধিৰ নিৰ্দ্দেশ দিব পাৰে, কিন্তু নৈতিক জীৱনৰ মান নিযন্ত্ৰণ কৰিব নোৱাৰে। আত্ম-বিচাৰেই নীতি-বিচাৰৰ মূল চাবিকাঠি। নিজৰ বিচাৰ বিবেচনাত যি সজ বুলি প্ৰতিপাদিত হয গিযেই আচলতে সজ আৰু নীতি সঙ্গত। সমাজৰ সমূহীযা কল্যাণৰ আদৰ্শই এই বিচাৰৰ মানদণ্ড। অৱশ্যে অকৃত্ৰিমভাৱে সুস্থ পৰিৱেশৰ মাজত এই বিচাৰ অনুষ্ঠিত হব লাগিব। নহলে কৃত্ৰিম বিবেচনাই বিচাৰৰ নিৰপেক্ষতা ক্ষুণ্ণ কৰিব পাৰে। সমাজ-সভ্যতাৰ গতি, শিক্ষা-দীক্ষাৰ মান আৰু ব্যক্তিগত কৰ্ম্মকুশলতাৰ লগতো নীতি-বিচাৰৰ সম্পৰ্ক আছে। সজ জীৱন যাপনৰ আদৰ্শই মনুষ্য জীৱনৰ অন্যতম বৈশিষ্ট্য। সজ লক্ষ্য, সজ পন্থা আৰু সজ আচৰণৰ ওপৰতেই নৈতিক জীৱনৰ মান নিৰ্ভৰ কৰে।

---

(১) হৰিগুণ ভকতৰ কৰ্ণৰ ভূষণ।
যিটো সদা বোলে ৰাম সিসি মহাজন॥

* * *

কলিত কীৰ্ত্তন যিটো কৰে হৰিনাম।
তাৰ আৰ আচৰিবে নথাকিল কাম॥
নাহিকে কলিতে ধৰ্ম্ম কীৰ্ত্তনৰ সম।
যিটো গাৱে হৰিগুণ সিসি নৰোত্তম॥

নামঘোষা

# মহাপুৰুষীয়া ধৰ্ম্ম প্ৰতিভা

শ্ৰীনীলমণি ফুকন।

একো একো যুগৰ প্ৰয়োজন অনুসৰি সেই সময়ৰ দেশকাল পাত্ৰক সুজাকৈ একো একোজন মহাপুৰুষৰ আবিৰ্ভাৱ হয়। বুদ্ধ, ঈশা, মুষাবো আবিৰ্ভাব সেই সেই যুগৰ আহ্বানতেই। "দেৱৰো দুৰ্লভ মানৱী জনম"ৰ যেতিয়া সমাজত অপব্যৱহাৰ হয়, তেতিয়াই একোজন মহাপুৰুষৰ কাৰ্যকলাপে সমাজ পুনৰ সংস্কাৰ কৰি সমাজৰ দেহ, মন, আত্মা, নিকা কৰি তোলে। সমাজ কলুষিত কৰা সকলোবিধ আৱৰ্জ্জনাৰ ভিতৰত ধৰ্ম্মৰ আৱৰ্জ্জনাই অতি পূতিগন্ধময়। সমাজত যেতিয়া এনে আৱৰ্জ্জনাই দ'ম বান্ধে, অধৰ্ম্মই তাতে শিপাবলৈ ৰস পায়। তেতিয়া ধৰ্ম্ম কিছুমান বিচাৰহীন আচাৰ-সমষ্টিত পৰিণত হয়। অৰ্থহীন সেই আচাৰ বিলাকৰ অত্যাচাৰত সমাজ জৰ্জ্জৰিত হৈ উঠে। অধৰ্ম্মৰ কুমন্ত্ৰণাকেই ধৰ্ম্মৰ বীজমন্ত্ৰ বুলি ভ্ৰমত পৰে। এনে প্ৰমাদত পৰি অস্থিৰ সমাজে যিহতে তিহতে "দেৱতাবুদ্ধি" আৰোপ কৰি "গৰুটো অধম" স্তৰলৈ যাবলৈ ধৰে। দেৱতুল্য নৰৰ এনে অধঃপতন বেছি দিন চলিব নোৱাৰে। ধৰ্ম্মই কি সূত্ৰে, কোন সূক্ষ্মগতি অৱলম্বন কৰি কোন চালে আহি অধৰ্ম্মৰ সেই আৱৰ্জ্জনাৰ দ'ম ক্ষয় কৰিবলৈ ধৰে, তাক কোৱা টান। কিন্তু উঠা-নমা সংসাৰৰ গতিত ধৰ্ম্মৰ জয়, অধৰ্ম্মৰ ক্ষয়, জয় পৰাজয়ৰ দোমোজাত থকা মানৱ-সমাজত সদায় চলি আহিছে।

ধৰ্ম্মৰ ধাৰণা লগতে লৈ মানুহৰ জন্ম। মানৱ সভ্যতাৰ স্তৰে স্তৰে এই ধাৰণাই বেলেগ বেলেগ ৰূপ লয়, ইমানেই পাৰ্থক্য। এই কাৰণেই ধৰ্ম্মই জগতখন ধৰি আছে বুলি কোৱা হয়। ধৰ্ম্মই এইদৰে ধৰি থকা নহলে, সদায় একোটা উজুটি খাই থকা জগতখন যে ক'ত হামখুৰি খাই, কোন অতল ৰসাতলত চিৰদিনলৈ পৰি চূৰ্ণ হৈ হলহৈঁতেন তাক কোনে কব পাৰিব। এই ধৰ্ম্ম সদায় সনাতন, মূলতে একেটি মাত্ৰ "মহাবস্তু"। সেযে মানৱ-সমাজৰ স্তৰ অনুসৰি, বেলেগ বেলেগ ৰূপ লৈ, দেশ কাল পাত্ৰ ভেদে পৰিৱৰ্ত্তনশীল হৈ প্ৰকাশ পায়। এই পৰিৱৰ্ত্তনশীলতা অনিবাৰ্য্য। বৈষ্ণৱী ভাষাত ইয়াকেই লীলাময়ৰ লীলা বুলিব পাৰি। এই লীলাৰ পৰিণাম ক'ত, তাক সঠিককৈ কব নোৱাৰিলেও, তাৰ যে বিৰাম নাই, মানৱসমাজে সেই কথা বিশ্বাস নকৰি নোৱাৰে। ধৰ্ম্মৰ উৎপত্তিৰ লগে লগেই মানৱাত্মাই তাৰ অফুৰন্ত উৎস পাবলৈ চিৰন্তন হাবিলাষ কৰি আহিছে। নানা পথ, নানা মত বিচাৰি হাবাথুৰি খাইছে। বিভিন্ন মাৰ্গে দি বগাই গৈ খহি খহি আহিছে। জ্ঞান, ভক্তি, কৰ্ম্ম মাৰ্গৰ কোনো এটা মাৰ্গকে সাৰোগত কৰি আগবাঢ়ি গৈ হঠাতে একোটা উজুটি খাই তাতে পৰিব লগা হৈছে।

বৈষ্ণৱ ধৰ্ম্মৰ বিশেষত্ব এয়ে যে ভক্তিৰসত তিয়াই নিৰস জ্ঞানক ৰসাল কৰে, কঠোৰ কৰ্ম্মক কোমল কৰি তোলে। মানৱ সমাজত সকলোকে সুজাকৈ বেদ-বেদাঙ্গ, পুৰাণ-ভাগৱত সকলো শাস্ত্ৰৰে আকাঙ্খিত পৰম ব্ৰহ্মৰ পৰমপদ লাভৰ সহজ উপায় দেখুৱাই দি আত্মাক জীৱন্মুক্ত অৱস্থালৈ নি নৰতনু লাভৰ সাৰ্থকতা প্ৰতিপাদন কৰে। মানুহ আঁতে হৈ উঠে।

বৈষ্ণৱ ধৰ্ম্ম কি? "একো বস্তু [illegible] ব্যতিৰেক"—এনে অনুভূতিতেই বৈষ্ণৱ [illegible] প্ৰাণ

শক্তি আছে। এইবাবেই ব্ৰাহ্মণ-চণ্ডাল, গৰ্দ্ধভ-কুকুৰৰো আত্মা, ৰাম জানি প্ৰণাম বিহিছে। জীৱত ভূতদায়া, নামত ৰুচি, বৈষ্ণৱ ধৰ্ম্মৰ প্ৰতি নিশ্বাস প্ৰশ্বাসত অহা-যোৱা কৰা অভিজ্ঞেন্। ই প্ৰতি মুহূৰ্ত্তেই আত্মাক শোধন কৰি আছে। তাৰ বাবেই বৈষ্ণৱ-প্ৰাণ সকলৰ আত্মা সদায় আত্মস্থ। অথিৰ-অবিৰ মনে তেনে আতৈ-জনক অধীৰ কৰি তুলিব নোৱাৰে। তেওঁৰ ওচৰত প্ৰতি নৰেই নাৰায়ণ। তেওঁৰ মানত শত্ৰু-মিত্ৰ সমতুল্য। আপোন-পৰ বিচাৰ নেথাকে। বৈষ্ণৱ জগতত এই কাৰণেই নাৰায়ণক নৰোত্তম বোলা হয়। আজি আণৱিক যুগত এই আত্ম-শক্তি-পৰিচায়ক নৰৰূপী নাৰায়ণৰ সৰ্ব্বতোভাবে সেৱা কৰি জগতৰ মঙ্গল সাধন কৰা ক্ষণ উপস্থিত হোৱা নাইনে? "মানৱেই দেৱ, মানৱেই সেৱ", এই ভাবত প্ৰণোদিত হৈ এক নতুন বৈষ্ণৱ-সমাজ প্ৰৱৰ্ত্তন কৰাৰ মাহেন্দ্ৰ ক্ষণ এই সময়চোৱেই নহয় নে?

আজি পাঁচ শ বছৰৰ পূৰ্ব্বতে অসমত যিদৰে সমাজৰ বিশৃঙ্খলতা ঘটিছিল, "বৌধবাদ" যি সময়ত হীনাচাৰী লোকৰ মতবাদকে বুজাইছিল, বংশীগোপালদেৱে যি সকলৰ উপদ্ৰৱ সহ্য কৰিব লগীয়া হৈছিল, যি সময়ত—

ই দেশত কতো কতো ভকত আছয়।
ব্যভিচাৰ মতে দেখো সৱে প্ৰৱৰ্ত্তয়॥
অন্য-যোনি বিচাৰ-আচাৰ কিছো নাই।
প্ৰবৃত্তিক চাহিলে পাষণ্ড সমুদায়॥

মহামূৰ্খ অজ্ঞানী লোকৰ মাঝে যাই।
সতকাৰ লাই ফুৰে মহন্ত বোলাই॥

"চৰিত্ৰ" পুথিত সেই সময়ৰ সমাজৰ উৎপাতত মহাপুৰুষ সকলে কিদৰে আঁচলৰ গাঠিত জীৱ লৈ, ধৰ্ম্ম বিশ্বাসৰ কৱচ বান্ধি, ধৰ্ম্ম মহাৰণ্ড বিলাই ফুৰিছিল, সেই কথাৰ পদে পদে প্ৰমাণ পোৱা যায়। "নামে ৰতি, নামে গতি, নামে সে মুকুতি" এইটো তেওঁ সকলৰ মুখৰ কথা নাছিল। "মোৰ গল আগধৰি কাটিব খুজিলে, তুমি মোক নাম সোঁৱৰাই দিবা" এই কথাৰ ফাকিত ধৰ্ম্মবিশ্বাস তেওঁসৱৰ প্ৰতি লোমকূপে কিদৰে সোমাইছিল, সেই কথা আজিৰ সমাজে উপলব্ধি কৰা টান। "হেষ্য কৰিবাক নুহিকে আমাৰ" এইপাস্ত অহিংস অস্ত্ৰেৰে তেওঁসকলে শই শই হাজাৰ হাজাৰ অনাচাৰী, বামাচাৰী, বিপথগামী লোকসকলক কিদৰে জয় কৰি তেওঁলোকক শুদ্ধাচাৰী ভকত কৰি তুলিছিল, সেই সত্যৰ প্ৰমাণ যাথেঁ। সিদিনা মহাত্মা গান্ধীয়ে এই যুগত জগতক দেখুৱাই গল।

ধৰ্ম্মৰ এনে "প্লানিৰ" যুগত যেতিয়া মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰৰ আবিৰ্ভাৱ হৈছিল, যি শঙ্কৰ-সূৰ্য্যৰ পোহৰত কুসংস্কাৰাচ্ছন্ন অসম আকাশ ফৰকাল হৈ পৰিল, তেওঁ যে অৱতাৰী পুৰুষ আছিল, সেই কথা ইয়াত উল্লেখ নকৰিলেও চলে। শিৰোমণি ভূঞাঁৰ ঘৰৰ শিৰোমণি স্বৰূপ শঙ্কৰগুৰু বেদ বেদাঙ্গ, পুৰাণ ভাগৱত সকলো শাস্ত্ৰত অগাধ পাণ্ডিত্য অৰ্জ্জন কৰিও, শেহত "হৰিনামে কৰে সকলো সুসাজ" ইয়াকেই বিশ্বাসৰ বস্তু কৰি, "তৰ্কব্যাঘ্ৰী"ৰ হাত সাৰি ব্ৰহ্মাণ্ডকো ভেদি অহা "হৰিনাম ৰসে" অসম দেশ প্লাৱিত কৰি চোৱাই লই গল। ধৰ্ম্মৰ জাঁজসোপা কেনি নিমিষতে উটি গল সেই কথা আজি মন কৰিবলগীয়া। আজি পাঁচ শ বছৰে মহাপুৰুষৰ ধৰ্ম্ম মানি চলি আহিছোঁ বোলা সমাজে কিয় সেইদৰে সমাজৰ আবৰ্জ্জনা সোপা উটুৱাই দিব পৰা নাই?

মহাপুৰুষীয়া ধৰ্ম্ম কি? ই বৈষ্ণৱ ধৰ্ম্মৰ বাহিৰে আন একো নহয়। অসমত বৈষ্ণৱ ধৰ্ম্মৰ ধাৰা মহাপুৰুষ শঙ্কৰ গুৰুৰ আবিৰ্ভাৱৰ পূৰ্ব্বতো নাছিল, এনে কথা নহয়। শ্ৰীমন্ত শঙ্কৰে সেই বৈষ্ণৱ ধৰ্ম্মৰ এটা প্লাৱনী শক্তিহে সৃষ্টি কৰে। বৈষ্ণৱ ধৰ্ম্মৰ জাঁজত লাগি থকা

আবৰ্জ্জনা সোপা তাৰ ধলত উটি বুৰি যায। তেৰাৰ পৰবৰ্ত্তী গুৰু সকলে ঠায়ে ঠায়ে সত্ৰাদি স্থাপন কৰি যি ধৰ্ম্ম প্ৰচাৰ কৰিছিল, সিয়ো মহাপুৰুষে প্ৰৱৰ্ত্তন কৰা বৈষ্ণৱ ধৰ্ম্মই। সেই কাৰণে মহাপুৰুষীয়া ধৰ্ম্ম অসমত প্ৰচলিত বৈষ্ণৱ ধৰ্ম্মকে বুজাব। পৰৱৰ্ত্তী কালত অসমৰ ভিতৰত মহাপুৰুষীয়া, দামোদৰীয়া, হৰিদেৱপন্থী আদি যিবিলাক পন্থৰ সৃষ্টি কৰিলোইঁক, সেইটো আমাৰ বুজাৰ ভুলত।

ডক্টৰ মহেশ্বৰ নেওগদেৱে এই বিষয়ে তেওঁৰ সম্পাদিত শ্ৰীশ্ৰীবংশীগোপালদেৱৰ চৰিত্ৰত লিখা মন্তব্য ইযাত উদ্ধৃত কৰা হ'ল। এই বিষয়ে তেওঁৰ মত যথাৰ্থতে সমৰ্থনযোগ্য। তেওঁ কৈছে—"বৰ্ত্তমান চৰিতৰ মহাপুৰুষৰ ধৰ্ম্ম শঙ্কৰী ধৰ্ম্মই। শঙ্কৰদেৱৰ ধৰ্ম্মৰ অৰ্থত অসমৰ সমস্ত বৈষ্ণৱ সম্প্ৰদায় "মহাপুৰুষীয়া"। কোনো লোকে দামোদৰদেৱৰ আজ্ঞাপৰ সত্ৰ সমূহক এই মহাপুৰুষীয়াৰ পৰা বেলেগ কৰি "দোমোদৰীয়া" বোলে। কিন্তু ই ঐতিহাসিক যুক্তিবিৰুদ্ধ আৰু ভেদভাৱৰ পৰা ওপজা কথা। এনে সংকীৰ্ণ বিচাৰেৰে চাযো বংশীগোপালৰ পৰা বুঢ়া কুৰুৱাবাহী, আউনিআটি আৰু গড়মূৰক (বংশীগোপালৰ শিষ্য বনমালীয়ে বেহাৰত থকা দামোদৰৰ সত্ৰৰ পৰা আহি পতা বাবে) "দামো-দৰীয়া" দক্ষিণপাটৰ পৰা পৃথকৰূপে ধৰা হয়। কিন্তু এইবোৰ কৃত্ৰিম ভেদ ভাৱক বংশীগোপালৰ উদাৰ সেৱক, চৰিতকাৰ ৰমানন্দ দ্বিজে প্ৰশ্ৰয় দিয়া নাই। তেওঁ শঙ্কৰ, মাধৱ, দামোদৰ, গোপালৰ, কোনো পাৰ্থক্য দেখা নাই। দেৱ দামোদৰ আৰু শ্ৰীশঙ্কৰবো ভেদ নাই দুই হন্তৰ"। বংশীগোপালক দামোদৰে "এতেকে শঙ্কৰ মত প্ৰমাণি কহিলা"। মাধৱদেৱেও "অসম দেশৰ প্ৰজাৰ নিষ্কল জীৱন" সাৰ্থক কৰিবৰ হকে "শ্ৰীমন্ত শঙ্কৰৰ মত শ্ৰীভাগৱত" প্ৰচাৰ কৰিবলৈহে গোপালদেৱক পঠাইছিল। বংশীগোপালেও অন্তিমত "শঙ্কৰ-মাধৱ-দামোদৰ-প্ৰসাদৰ" কথাকেহে সুঁৱৰিছিল। পুৰুষোত্তম ঠাকুৰ, দামোদৰদেৱ আৰু গোপালদেৱৰ অময়া প্ৰীতিৰ কথা এই চৰিতখনিয়ে মনোৰমকৈ বৰ্ণাইছে। দামোদৰে কেৱা ঠাইতো কৈছে শঙ্কৰ মাধৱেৰে তেওঁৰ ভেদ নাই। আই গোসানী আৰু ঠাকুৰে গোপালৰ আৰু সন্ত সম্প্ৰদায়ৰ মঙ্গল কামনা কৰিয়ে উষুৱা চাউল আৰু আমিষ খোৱাৰ শিক্ষা দিয়ে। গোপা-লেও দামোদৰৰ সত্ৰশাল আৰু ঠাকুৰৰ থানলৈ প্ৰীতি-সন্দেশ পঠাই আছিল আৰু উত্তৰাধিকাৰী নিয়োগ আদি গুৰু বিষয়ত দুয়ো ঠাইৰ পৰা অনুমোদন আনিছিল। গোপালৰ সম্প্ৰদায় শঙ্কৰী "সন্ত-সম্প্ৰদাই"।"

মহাপুৰুষীয়া ধৰ্ম্ম মহাপুৰুষ শঙ্কৰদেৱ প্ৰৱৰ্ত্তিত বৈষ্ণৱ ধৰ্ম্মকেই বোলা হয়, বা, প্ৰকৃতি ও পুৰুষৰো নিয়ন্তা মাধৱকেই মহাপুৰুষৰূপে, পৰমপুৰুষ জ্ঞানে সেৱা কৰা হয়, সেই কথা বিশেষ আলোচ্য বিষয় হব নোৱাঁৰে। এই বিষয়ে অন্য এঠাইত আলোচনা কৰা কথা অলপ ইযাত তুলি দিয়া হল। "বিষ্ণুতেই সকলো অৰ্পণ বৈষ্ণৱ ধৰ্ম্মৰ সাৰ কথা। এই ব্যাপক সত্যই পৰমানন্দ পৰমপুৰুষ। ভক্তিমাৰ্গেদি দাস্যভাৱে এই পৰমপুৰুষৰ সেৱা কৰাই মহাপুৰুষীয়া ধৰ্ম্ম। মহা-পুৰুষীয়া ধৰ্ম্মৰ "কৃষ্ণ ৰাম" এই পৰমানন্দ পুৰুষৰেই নামান্তৰ। খৃষ্টান জগতত প্ৰভু যীশুখৃষ্ট, মুছলমান জগতত হজৰত মহম্মদ বিদৰে ঈশ্বৰ-প্ৰেৰিত মহাপুৰুষ বুলি তেওঁলোকত অচলা ভক্তি দেখুৱা হয়, হিন্দু জগতত্তো পৰমব্ৰহ্মৰ অংশাৱতাৰ দৈৱকী-নন্দন শ্ৰীকৃষ্ণ, দশৰথ-সুত শ্ৰীৰামচন্দ্ৰ, ভক্তিমাৰ্গে যোৱা বৈষ্ণৱসকলৰ ভক্তিৰ পাত্ৰ মাথোন। বৈষ্ণৱ ধৰ্ম্মৰ ব্যৱহাৰিক আচৰণত এই আদৰ্শ অৱতাৰী পুৰুষসকলকে ভক্তি-অৰ্ঘ্য, অৰ্পণ কৰা হয়। কিন্তু পৰমাৰ্থ জ্ঞান-পিপাসু আত্মাই সেই পুৰুষ-



অসমৰ মুখ্যমন্ত্ৰী শ্ৰীবিষ্ণুৰাম মেধি ডাঙৰীয়াক কুষ্ঠিকেন্দ্ৰৰ নামঘৰৰ আধাৰ শিলা স্থাপন উৎসৱলৈ যাওঁতে জনোৱা সম্বৰ্দ্ধনা।




শ্ৰীমন্ত শঙ্কৰদেৱ কুষ্ঠিকেন্দ্ৰৰ "নামঘৰ"ৰ আধাৰ শিলা স্থাপনত অসমৰ মুখ্যমন্ত্ৰী শ্ৰীবিষ্ণুৰাম মেধি ডাঙৰীয়া।




‘‘দেৱকুমাৰ স্মৃতি-ভৱন”ৰ আধাৰ শিলা স্থাপন কৰিবলৈ যোৱা
অৱস্থাত সেই সময়ৰ অসমৰ মন্ত্ৰী আৰু কৃষ্টিকেন্দ্ৰৰ
সভাপতি শ্ৰীমহেন্দ্ৰমোহন চৌধুৰীদেৱ ।

নন্দৰেই আস্বাদ গ্ৰহণ কৰে। মহাপুৰুষ শঙ্কৰগুৰুৱে ভালদৰে অনুভৱ কৰিছিল যে গুহানিহিত ধৰ্ম্মতত্ব সাধাৰণৰ বোধগম্য বস্তু নহয়। সেই কাৰণে মহাজনে সেই পথ দেখুৱাই দিব লাগিব। তাৰ কাৰণেই সত্ৰ স্থাপন, ভকতৰ সৎসঙ্গ, নাম-কীৰ্ত্তন আদিৰ অনুষ্ঠানবিলাক পাতি দিলে। তাতোকৈ সহজ কথাত কলে "বিশ্বাসে পাইবে বস্তু, তৰ্কে বহুদূৰ"। ধৰ্ম্ম যথাৰ্থতে বিশ্বাসৰ বস্তুহে। তাকেই মানৱ জীৱনত বিশেষ শ্বাস বুলিব পাৰি। এই বিশ্বাসৰ বশবৰ্ত্তী হৈ ঈশ্বৰত অচলা ভক্তি দেখুৱাব পাৰিলেই শাস্ত্ৰৰ শুকান তুলাপাত বা গছ বাকলিৰ পৰা তপ্ তপ্‌কৈ বস বৈ যায়। এই কাৰণেই মহাপুৰুষে ভক্তিমাৰ্গ প্ৰৱৰ্ত্তাই ভকতৰ মুখত নাম উচ্চাৰণ কৰোৱাই "হৰিনামৰ হাট"ত সকলোৱে অবাধে বেহাৰ পৰা সুবিধা লগাই দি থৈ গল। এতিয়া সেই হাটত যদি কোনোৱে জুৱাখেল পাতে, সেইটো মহাপুৰুষীয়া ধৰ্ম্মৰ দোষ হব নোৱাৰে। মহাপুৰুষীয়া ধৰ্ম্মত ঠাল-ঠেঙুলি বহুতো মেলিব পাৰে। সেয়ে হলেও সি মাই গছৰ বসতহে পৰিপুষ্ট। তাত মাই গছৰ শোভা আৰু ছাঁয়া দিয়া ঠাই বহল হোৱাৰেই কথা। সুকীয়াকৈ বাঢ়িব খুজিলে ঠাল-ঠেঙুলিৰেই মৰণ মিলিব। গা গছৰ লগত ঠেঙুলিৰ অসংলগ্ন সম্বন্ধ এফালৰ পৰা শুকাই অহাৰ বাহিৰে আন একো হব নোৱাৰে। "কালমায়াদিৰো অন্তকাৰী পৰমপুৰুষ পৰমব্ৰহ্মৰ অনুভূতি পাবলৈ হলে জীৱই ভক্তিমাৰ্গে ভকতৰ সঙ্গ লৈ, নাম-কীৰ্ত্তনত প্ৰাণ-মন ঢালি দি শুদ্ধ সদাচাৰী হৈ উঠিলে, নৰেই নাৰায়ণ এই বুদ্ধি উপজিলে, সকলোতে আত্মদৰ্শন হলে, পৰমানন্দ পৰমপুৰুষ আপুনি হৃদয়ত থিত দি জীৱৰ শেষ আনন্দ দিয়ে, এয়ে মহাপুৰুষীয়া ধৰ্ম্মৰ বিশ্বাস-লব্ধ "মহাবস্তু"।

মহাপুৰুষীয়া ধৰ্ম্মই "অব্যক্ত ঈশ্বৰ হৰি"ৰ "মুক্তি-শূণ্য" পৰমপদত পূজা অৰ্চ্চনা কৰা টান কথা বুলি কৈছে। এতেকতে "হৃদে ধৰা ৰূপ, মুখে বোলা ৰাম" এই প্ৰকৃষ্ট উপায়ে মন শুদ্ধ কৰিবলৈ বিহিছে। "একশৰণ নামধৰ্ম্মই" মহাপুৰুষীয়া ধৰ্ম্মৰ সাৰতত্ত্ব। গীতাৰ "মামেকং শৰণং ব্ৰজ" এয়ে এক শৰণ। বিষ্ণুজ্ঞানে ৰাম, কৃষ্ণ, হৰি ইত্যাদি নামানুয়ৰ সমাবেশ হলেই আত্মৰমণ আত্মাৰ পৰমানন্দ পদ লাভ হয়। সেই ভেদাভেদ বুদ্ধি লোপ পায়, সৃষ্টিৰ সকলো ৰহস্য আত্মাত, আৰ্চীৰ দৰে, প্ৰতিফলিত হয়। এই বিনন্দীয়া সুখৰ অধিকাৰী হবলৈকে বৈষ্ণৱসকল "মুক্তিতো নিস্পৃহ" হৈ পৰে।

মহাপুৰুষীয়া ধৰ্ম্মৰ "একদেৱ, একসেৱ, এক বিনে নাহি কেউ" "অন্য দেৱী দেৱ, নকৰিবা সেৱ, ভক্তি হৈব ব্যভিচাৰ" আৰু তেওঁলোকক "নিন্দিবাকো নাহি, বন্দিবাকো নাহি"—এই মূলকথা পাহৰিলে নচলিব। হাজাৰ তৰ্কৰ জাল মেলি ইয়াক খণ্ডন কৰিবলৈ গলেও, ধৰ্ম্মৰ অপলাপ কৰাৰ বাহিৰে আন একো হব নোৱাৰে। মহাপুৰুষীয়া ধৰ্ম্মই "কৃষ্ণ একদেৱ দুঃখহাৰী, কালমায়াদিৰো অন্তকাৰী" বুলি, পৌত্তলিকতাৰ নিন্দা কৰা নাই। যাৰ যেনে ৰুচি, সেইদৰে ঈশ্বৰৰ উপাসনা কৰাত মহাপুৰুষীয়া ধৰ্ম্মই বিৰোধিতা নকৰে। কিন্তু যি ধৰ্ম্মবিশ্বাসীয়ে "প্ৰাণহৰি কৈত গৈলা এৰি" বুলি একো একোবাৰ চিঞঁৰি উঠে, নৰৰূপী নাৰায়ণৰ সঙ্গ মুহূৰ্ত্তলৈকো এৰি আশ্বস্ত হব নোৱাৰে, তেনে "মহাবস্তু" নিষ্ঠাৰে য'তে ত'তে অৰ্পিত কৰি কেতিয়াও আত্মপ্ৰসাদ লাভ কৰিব নোৱাঁৰে। লৰা-ছোৱালীয়ে, নজনা অৱস্থাত, ফটাকানিৰ দৰা-কইনা সাজি বিয়া পাতে আৰু সঁচাসচিকৈ তাকে কৰি আনন্দ পায়। কিন্তু, সেয়ে হলেও তেনে দৰা-কইনাৰ বিয়াত যথাৰ্থ বৈবাহিক সম্বন্ধ স্থাপন হব নোৱাৰে। সেইদৰে বিগ্ৰহাদি

মুক্তিৰ যোগে জীৱাত্মা আৰু পৰমাত্মাৰ সংযোগ ঘটিব নোৱাৰে। যি মানুহে মাটিৰ মূৰ্ত্তিত প্ৰাণ প্ৰতিষ্ঠা কৰি পূজা পাতল অৰ্চ্চনা কৰিব পাৰে, সেই মানুহে নিজৰ প্ৰাণৰ ভিতৰতেই "প্ৰাণহৰি"ৰ স্থিতি অনুভৱ কৰিবলৈ তাতকৈ সহজ কথা বুলি কব পাৰি। সত্ত্ব, ৰজ, তমোগুণৰ সংমিশ্ৰণত হোৱা মানুহে যদিও সাত্ত্বিক জীৱন যাপন কৰি যথাৰ্থ আনন্দ লাভ কৰে, তথাপি ৰজ আৰু তমোগুণৰ হাত সাৰিব নোৱাৰে। ক্ৰিয়া-কাণ্ড-বহুল, যাগ-যজ্ঞৰ বিপুল আয়োজন বিগ্ৰহাদিও চাক্ষুষ দেৱতাৰ ভাব আৰোপণ ইত্যাদি জাকজমকৰ মাজত এটা বাহ্যিক আনন্দ পায় যাবে এনেবিলাক আয়োজন। কিন্তু চাক্ষুষ দেৱতাই কোনো কালে অন্তৰ্যামী নাৰায়ণৰ ঠাই লব নোৱাৰে। ধৰ্ম্ম মানুহৰ শ্বাস প্ৰশ্বাসৰ দৰে সহজ-লব্ধ বস্তু। তাক জটিল কৰি তোলাৰ কোনো অৰ্থ হব নোৱাৰে। সেই বুলি যি সকলে বিগ্ৰহাদিৰ পূজা-পাতল কৰি প্ৰকৃততে আনন্দ পায়, সেই কাম কোনো ধৰ্ম্মবিশ্বাসীয়েই নিন্দা কৰিব নোৱাৰে। ধৰ্ম্ম কাৰো মতৰ ওপৰত নিৰ্ভৰ নকৰে; বৰং জাগতিক সকলো প্ৰকাৰৰ মতেই শেহস্তত ধৰ্ম্মৰ সুদৃঢ় ভেটিত তিষ্ঠি থাকে। ধৰ্ম্মবিহীন জীৱন, জীৱন-বিহীন দেহাটোৰ দৰে। যি নিজে ধৰ্ম্মপ্ৰাণ, আনৰ প্ৰাণত ধৰ্ম্মই কিদৰে থিতু লয়, সেই বিষয়ে নিজৰ মুৰ নঘমায়। সকলো ধৰ্ম্মৰ সমালোচনা নকৰি, সমান জ্ঞান কৰাই মহাত্মাৰো নিৰ্দ্দেশ। মহাপুৰুষ শঙ্কৰগুৰুৱেও সেইবাবে কৈছিল পৰধৰ্ম্মক "নিন্দিবাকো নাহি, বন্দিবাকো নাহি।"

মহাপুৰুষীয়া ধৰ্ম্মৰ এটা বিশেষত্ব মন কৰিবলগীয়া। এই বিষয়ে আন এঠাইত কোৱা কথা এবাৰকে কব খোজো। "মহাপুৰুষীয়া ধৰ্ম্ম আচৰণৰ বস্তু। ইয়াৰ লগত সমাজ, সংস্কৃতি, সদাচাৰ, নীতি-নিয়মৰ এটি মনোহৰ সম্বন্ধ আছে। এই সম্বন্ধই মানুহক আউতে কৰা আত্মীয় কৰে, আঁতৰাই নিনিয়ে; আৰু আন কোনো ধৰ্ম্মমতৰ লগত মহাপুৰুষীয়া ধৰ্ম্মৰ বিৰোধ নাই। আজি পাঁচ শ বছৰৰ পাছতো মহাপুৰুষীয়া ধৰ্ম্মৰ মৰ্ম্মবাণী এই যুগৰ গান্ধীবাদৰ মাজেদি অনুভৱ কৰিব পৰা গল। মহাপুৰুষীয়া ধৰ্ম্মৰ "হাতে কৃষ্ণ কাম, মুখে ৰাম নাম"ৰ লগত এই যুগৰ কৰ্ম্মযোগী মহাত্মা গান্ধীৰ "সূত্ৰযজ্ঞ" আৰু "ৰঘুপতি ৰাঘৱ ৰাজা ৰাম"ৰ ধ্বনি মিলি গৈছে। হৰিজন উদ্ধাৰক গান্ধীবাদৰ লগত "পতিতক নাতাৰিলে নাম কি কাৰণ" বোলা মহাপুৰুষীয়া ধৰ্ম্মৰ সাদৃশ্য। মহাত্মাৰ নিৰুপদ্ৰৱ অসহযোগৰ লগত "দ্বেষ্য কৰিবাক নাহিকে আমাৰ", "নিন্দিবাকো নাহি, বন্দিবাকো নাহি" বোলা মহাপুৰুষীয়া ধৰ্ম্মৰ কি সূক্ষ্ম সম্বন্ধ! ভক্তিত সিক্ত কৰ্ম্মলব্ধ মহাপুৰুষীয়া ধৰ্ম্মৰ লগত সেৱাৰ মাজেদি "চাফাই কামত" পোৱা গান্ধীবাদৰ কি অপূৰ্ব্ব মিলন।" মুঠতে, মহাপুৰুষীয়া ধৰ্ম্ম, আচৰণত, মহাত্মাৰ ধৰ্ম্মাচৰণৰ লগত সমান পৰা হৈ আছে।

মহাপুৰুষে নিজে কৈছিল যে "মোৰ প্ৰচাৰিত ধৰ্ম্ম পাঁচশ বছৰমানলৈ থাকিব পাৰে"। তেওঁৰ "বুকুৰ বান্ধ" মাধৱে কলে "যাবৎ চন্দ্ৰ দিবাকৰ থাকে মানে থাকিব"। কথা দুয়োটা সঁচা। মহাপুৰুষৰ দিনত তেৱাঁই নিজ প্ৰিয় শিষ্যসকলক লগত লৈ ৰজা-প্ৰজা উভয় ৰৰৰ পৰা প্ৰাণ পৰ্য্যন্ত বিপন্ন হোৱা অৱস্থাত প্ৰতিকূল অৱস্থাৰ লগত অহিংস নীতিৰে সংগ্ৰাম দি জয়ী হৈ, নিজ জীৱদ্দশাতেই ধৰ্ম্মৰ "বাসগৃহ" সত্ৰাদি স্থাপন কৰি, সৎসঙ্গ বিহি, নাম-প্ৰসঙ্গৰ মাজেদি জাতি অজাতি আত্যজাতিক শুদ্ধ সদাচাৰী কৰি, ভকতকুল সৃষ্টি কৰি, নৰ মাত্ৰেই নাৰায়ণ এই অটুট বিশ্বাস তেওঁলোকৰ হৃদয়ত থাপি, সকলো জাতুৰ সকলো নাঙ্গৰ লোকৰ পৰা আতৈসকল উলিয়াই, ক্ৰেতিৰাজ

দিনৰ "বেহাৰ, কামৰূপ, অসমত" ভকতসকলে, তেওঁৰ প্ৰধান প্ৰধান শিষ্যসকলে, প্ৰাণনাশৰ শঙ্কাৰ মাজতো বিশ্বাসৰ বস্তু মুহূৰ্ত্তলৈকে হেৰুৱা নাছিল। তেওঁলোকৰ মাজৰ পৰাই মহাপুৰুষীয়া ধৰ্ম্ম প্ৰৱৰ্ত্তাৱলৈ মাধৱ, দামোদৰ, গোপালদেৱ প্ৰমুখ্যে প্ৰধান প্ৰধান গুৰুসকল বিশেষকৈ উজনিৰ কালে আহি সত্ৰাদি স্থাপন কৰোঁতে কি বাধা পাইছিল সেই কথা আজি সুমৰি চোৱা উচিত। অকল ধৰ্ম্মকে দিলে সেয়ে নহয়। সাহিত্য, শিল্প, কলাৰ নতুন ৰূপ দি, নতুন অসমীয়া সমাজ গঢ়ি তুলি জাতিটোক কিদৰে সবল, সুস্থ সদাচাৰী কৰি, কুসংস্কাৰ আৰু ব্যভিচাৰ জৰ্জ্জৰিত সমাজখন চকুৰ আগতে নিকা, ধৰ্ম্মপৰায়ণ, সংস্কৃতিৰ একনিষ্ঠ সেৱক কৰি তুলিলে, তাকো মন কৰিবলগীয়া কথা। এই চকুৰে চালে আজি পাঁচশ বছৰৰ মূৰত সেই প্ৰেৰণা সেই ধৰ্ম্ম বিশ্বাস, সেই নীতি সদাচাৰ আজি আমাৰ মাজত চলি আছেনে? অথচ এই কথাও ঠিক মহাপুৰুষীয়া ধৰ্ম্মৰ মৰ্ম্মখিনি চিৰন্তন সত্য হৈ তাৰ সত্যাৰ্থ প্ৰকাশ এঠাইত নহয় এঠাইত হৈ থাকিবই। কাজেই এতিয়া পাঁচশ বছৰৰ পাছত মহাপুৰুষীয়া ধৰ্ম্মৰ আকৌ নতুন সংস্কৰণ যুগুত কৰিবৰ সময় হল। সময়ো তাৰ নিমিত্তে অনুকুল হৈ ক্ৰমাৎ আগবাঢ়িছে।

সিদিনা আমাক মহাত্মাই যি আদৰ্শত আকৌ নতুন ভাৰত এখন গঢ়ি তুলিবলৈ প্ৰেৰণা দিলে, তাৰ সবল দিলে, তাৰ বাবে মনৰ গতি ফিৰাই আনিলে, নৰনাৰায়ণক সমাজৰ কেন্দ্ৰ স্থলত বহুৱাবলৈ নিৰ্দ্দেশ দিলে, অস্পৃশ্যতা মহাপাপ বুলি ধৰিলে, কৰ্ম্মমুখী ধৰ্ম্ম, ধৰ্ম্মমুখী কৰ্ম্মৰ বিধান কৰিলে, এই কাম অসমত মহাপুৰুষে পাঁচশ বছৰৰ আগতেই উজু কৰি থৈ গল। আজি যদি এই নুতন মহাপুৰুষৰ কাৰ্য্যকলাপ আৰু প্ৰেৰণাই দুৰ্বাৰ জাগৰণী উদ্বুদ্ধ কৰি নতুন সমাজ গঢ়ি তোলাৰ কামত আত্মবিশ্বাস আনি নিদিয়ে, তেন্তে মহাপুৰুষৰ তিথিপালন কেৱল আত্ম প্ৰৱঞ্চনাৰ সুযোগ মাত্ৰ হব। ইয়াতকৈ ডাঙৰ আত্মঘাতী কথা আন একো হব নোৱাৰে।

এই কাৰণেই আজি এই তিথি মহোৎসৱ পালন পাঁচশ বছৰে চলি অহা কেৱল গতানুগতিক অভ্যাস হৈ পৰিলে কোনো লাভ নহব। এটা কথা মন কৰিবলগীয়া। যিটো ধৰ্ম্মই, আমাৰ অৱহেলাৰ মাজতো অসমীয়া জাতিৰ ধৰ্ম্ম, কৰ্ম্ম, সংস্কৃতি অনেক ঠাইতকৈ পুৰঠ ৰাখিছে, এতিয়া সেই ধৰ্ম্মই আমাক নতুন যুগৰ নতুন বাণী প্ৰাণস্পৰ্শী কৰি তুলিবলৈ এশ এক প্ৰকাৰে সহায় কৰিব পাৰে। কেৱল শ্ৰদ্ধাৰে আমি তাক কাণ পাতি শুনিবলৈ চেষ্টা কৰিলেই হয়। ধৰ্ম্ম যেখালিৰ বস্তু হব নোৱাৰে। সেইদৰে ই অন্ধবিশ্বাস আৰু কুসংস্কাৰৰ পাটনাদো হব নোৱাৰে। তাৰ তলিত পৰি পাত-বেঙৰ লগত কূপমণ্ডুকৰ শাৰীলৈ যোৱা লক্ষ্য হব নোৱাৰে।

এতিয়া দেশত মহাপুৰুষীয়া ধৰ্ম্মৰ প্ৰচাৰ আৰু প্ৰসাৰ বুলিলে প্ৰকৃততে কি বুজাব সেই কথা ভালদৰে চিন্তা কৰা উচিত। আৰ্য্য-অনাৰ্য্য সংমিশ্ৰিত, পৰ্ব্বত-ভৈয়ামৰ সাংস্কৃতিক আৰু আন যোগাযোগৰ মাজে বৰ্দ্ধিত, অসমীয়া জাতিৰ বিভূতি, সংস্কৃতি, ধৰ্ম্মানুৰাগ আৰু কিমানলৈ আহল বহল ভাবে বাঢ়িব পাৰে তাৰ আদৰ্শ আৰু কাৰ্য্যপ্ৰণালী ভালদৰে স্থিৰ অৱস্থাত চিন্তা কৰি হাতত লোৱা উচিত হব। যথে মথে এনে এটা কাম সম্পন্ন হব নোৱাৰে। কোৱা আছে কৈৱৰ্ত্তৰ নাৰায়ণ আতৈ এজনৰ নাম লৈ বৰপেটাৰ কীৰ্ত্তনঘৰৰ এখন দুৱাৰে সোমাব লাগে। তেন্তে ভাবি চাওক, সেই কৈৱৰ্ত্ত সকলেই কেইশ বছৰৰ পাছত নামঘৰ সোমোৱা কৈ আন্দোলন কৰিব লগা হৈছিল। যদি কোৱা যায়, তেওঁলোকেই ক্ৰমাৎ সমাজৰ নিম্নস্তৰলৈ আহি

প্ৰাইছিল, তেন্তে সেই অৱহেলাৰ কাৰণে সমস্ত সমাজেই দোষী নহয়নে ? গতিকে কব লাগিব, আমাৰ বিসকলে মহাপুৰুষীয়া ধৰ্ম্ম মুখত মানি আহিছে, কাৰ্য্যত সেইদৰে মানিবলৈ এৰি দিলে। এতিয়া আৰু এইবিলাক কথাৰ আলোচনা বিলোচনা কৰিবৰ সময় উকলিল। এতিয়া জাতক জাত্যান্তৰ কৰি, সদাচাৰীক সৎসঙ্গ দি, ধৰ্ম্মাচৰণৰ সকলোকে সমান সুবিধা আৰু প্ৰেৰণা দি, নতুন ধৰ্ম্ম-সমাজ, কৰ্ম্মক্ষেত্ৰ, গঢ়ি তুলি সমাজত সকলোৰে সমান অধিকাৰ লাভৰ পথ সুগম কৰি দিয়াৰ সময় হল। কেৱল নামে শুচি কৰে বুলিলেই যথেষ্ট নহয়। নামৰ শুচিত্ব ৰক্ষা কৰিব পৰা আসন-ভূষণ, পবিত্ৰ দেহা, মন, আত্মপ্ৰত্যয় আদি ধৰ্ম্মৰ আনুসঙ্গিক বিভূতি বিলাকৰো অধিকাৰী হব লাগিব। তেনেখন সৰ্ব্বপ্ৰকাৰৰ নিকা সমাজ গঢ়ি তুলিবলৈ আকৌ বৰ্ত্তমান যুগক সুজা বিধৰ কিমান নৱবিধানৰ ভকত, আতৈ, ধৰ্ম্মবিশ্বাসী গৃহী, উদাসীন লোকৰ সমবেত চেষ্টাৰ প্ৰযোজন হব সেই কথা দকৈ ভাবি চোৱা দৰকাৰ।

দেশত মহাপুৰুষীয়া ধৰ্ম্মৰ যে এটা নতুন প্ৰেৰণা আহিছে, ইযাত অলপো সন্দেহ নাই। কিন্তু এই প্ৰেৰণাৰ জোখাৰে আমাৰ প্ৰস্তুতি হবলৈ এতিয়াও বাকী। তদুপৰি মহাপুৰুষীয়া ধৰ্ম্মৰ প্ৰচাৰ সম্বন্ধে এতিয়াও স্পষ্ট ধাৰণা হৈছে বুলি কব নোৱাৰি। নানা মুনিৰ নানা মতৰ মাজত সি দোধোৰমোৰ অৱস্থাত। সংৰক্ষণশীল এদল লোকৰ মানত এই প্ৰচাৰ কাৰ্য্য আছুতীয়া ভাবত হোৱা উচিত। ইফালে উদাৰনৈতিক দলৰো আন্দোলনৰ ভাবধাৰা এচলীয়া হৈ যোৱা যেন অনুমান হয়। বিচৌ বিশ্বাসৰ বলত এমুঠি ভকতে হাজাৰ বাধা-বিঘিনীৰ মাজত মহাপুৰুষৰ অদুৰ্গন্ত্য প্ৰাণৰ পৰা স্বীকাৰ কৰি, গোটেই অসম দেশ জুৰি অলপ কালৰ ভিতৰতে বিশুদ্ধ মহাপুৰুষীয়া ধৰ্ম্মৰ নিৰ্ম্মল সোঁত বোৱাই দিলে, তেনে বিশ্বাসী এদল লোক গঢ়ি উঠিব লাগিব। অন্তৰৰ পৰা সেই বিশ্বাসৰ প্ৰেৰণা নাহিলে, কেৱল বাহিৰৰ আন্দোলনে তাক সাধিব নোৱাঁৰিব।

এই যুগক সুজাকৈ মহাপুৰুষীয়া ধৰ্ম্মৰ প্ৰচাৰ আৰু প্ৰসাৰৰ বাবে এটা সুচিন্তিত আঁচনি সমগ্ৰ দেশবাসীয়ে লোৱা উচিত হব। মোৰ বোধেৰে এতিয়া এই কাম চাৰিভাগে বিভক্ত হোৱা উচিত। প্ৰথম, মধুপুৰ, বৰপেটা বৰদোৱা, কমলাবাৰী এই চাৰি থানত মহাপুৰুষ সকলৰ নিজ জীৱদ্দশাত ধৰ্ম্ম আৰু কৰ্ম্মক্ষেত্ৰ আছিল। সেই চাৰি পত্ৰৰ পৱিত্ৰ থানত মহাপুৰুষ সকলে যি প্ৰণালীৰে আৰু যি আদৰ্শত ধৰ্ম্ম-আচৰণ কৰিছিল তাৰ পুনৰ প্ৰবৰ্ত্তন হব লাগিব। আৰু এই চাৰি থানৰ নামঘৰ ভকতৰ হাটী আৰু সংশ্লিষ্ট সকলো অনুস্থানৰ পুনৰ সংস্কাৰ হোৱাৰ সময হল। সুখৰ বিষয় বৰদোৱাৰ দুই নামঘৰ একেটি হৈ বৰদোৱাৰ প্ৰভাৱ বঢ়াবৰ আয়োজন হৈছে। গুৰিধৰোতা সকল দেশৰ অগ্ৰণী। এই কাম হৈ উঠিব যে তাত অলপো সন্দেহ নাই। বৰপেটা সত্ৰ কীৰ্ত্তনঘৰো সম্পূৰ্ণ হৈ উঠিবলৈ খৰধৰ কৰিলে ভাল হব। মধুপুৰত গুৰুগৃহ হৈ উঠাত যি অন্তৰায়ে দেখা দিছিল, আশা কৰা যায় অহা ৰাসোৎসৱৰ সময়ত সি দূৰ হব। কমলাবাৰীতো মহাপুৰুষ মাধৱদেৱৰ প্ৰভাৱ সম্পূৰ্ণ প্ৰবৰ্ত্তিত হব যে সন্দেহ নাই। এই চাৰি থানত চকুত লগা, প্ৰাণজুৰ হোৱা বিধৰ নামঘৰ ভকতৰ হাটী হৈ উঠা কামত দেশবাসীয়ে চিন্তা কৰি কাম হাতত লবৰ সময় হৈছে। দ্বিতীয়তে, প্ৰচাৰ কামত এদল নিষ্ঠাবান প্ৰচাৰক এই চাৰি থানৰ পৰা শিকাই বুজাই তৈয়াৰ কৰি ললেহে যথাৰ্থতে কাম হব। গুৰুৱে শিষ্য ভজোৱা কাম বৰ টান নহয়। কিন্তু শিষ্যকো গুৰুসম" কৰি তোলাটোহে খাই কথা। শৰণ-ভজন দি আচাৰ বিচাৰ অনাচাৰ-ব্যভিচাৰ আদি কথা বিলাকো

যদি নিত্য-নৈমিত্তিক আচৰণৰ মাজেদি শোধন কৰি লব নোৱাৰি, তেন্তে নামত শৰণ-ভজন লোৱাৰ স্থায়ী গুণ পোৱা টান। এই কামত ইকালে বৰ্ত্তমান যুগত খাপ খুৱাই কাম কৰিব পৰা এদল একনিষ্ঠ সেৱকওলাৰ লাগিব তেহে কাম হব। তৃতীয়তে, শঙ্কৰী সাহিত্যৰ চৰ্চ্চা কৰা এদল শিক্ষিত ধৰ্ম্মপ্ৰাণ লোকৰ অতি আৱশ্যক হৈ পৰিছে। সুখৰ বিষয় দেশৰ কেবাজনো কৃতী সন্তানে এই বিষয়ে গৱেষণামূলক প্ৰবন্ধাদি আৰু পুস্তক লিখি বিশ্ব-বিদ্যালয়ৰ পৰা ডক্টৰ উপাধী পৰ্য্যন্ত পাই দেশৰ গৌৰৱ বঢ়াইছে। এতিয়া এওঁলোকৰ দৰে শিক্ষিত সমাজৰ পৰা এই গৱেষণাৰ কাম হাতত লৈ ধাৰাবাহিক ৰূপে মহাপুৰুষীয়া ধৰ্ম্মৰ তত্ত্ব বাহিৰ কৰিবলৈ চেষ্টা কৰা উচিত। চতুৰ্থতে, শঙ্কৰী কলাৰ বিশেষ এটা অনুষ্ঠান বৰপেটা সত্ৰৰ সংশ্ৰৱত হলে এই কলাৰ নিজৰ বিশেষত্ব ৰক্ষা কৰি কাম কৰিব পৰা হব।

শিলঙত যিটি অনুষ্ঠান হৈছে সেই অনুষ্ঠানৰ জৰীয়তে পৰ্ব্বত-ভৈয়ামৰ মাজত মহাপুৰুষীয়া ধৰ্ম্মৰ আদৰ্শত সংস্কৃতি আৰু ধৰ্ম্মাচৰণৰ পৱিত্ৰতাৰ মাজেদি অসমীয়া জাতিৰ এটি নতুন সমাজ গঢ়ি উঠিব বুলি বিশ্বাস হয়। বঙ্গদেশৰ ৺ৰামকৃষ্ণ মিশ্যনৰ সমাজসেৱা কাম যিদৰে জগতবৰেণ্য হৈ উঠিছে, অসমতো সদৌ অসম শঙ্কৰদেৱ মিশ্যন এটি গঢ়ি উঠিবৰ কাৰবাৰ চলিছে বুলি বিশ্বাস হৈছে। মহাপুৰুষৰ কৃপাত অসমীয়া জাতিয়ে দাঁতি-কাষৰীয়া পৰ্ব্বতীয়া ভাই-ভনীসকলকো সামৰি লব পৰা যি এটি ধৰ্ম্মবিশ্বাস আৰু আচৰণ পদ্ধতি দি তাক অসমীয়া সংস্কৃতিৰ মাজেদি সঞ্জীৱিত কৰি থৈ গল, তাৰ পুনৰ অভিনয় হব যে এই বিশ্বাস অটল হৈ আছে। এতিয়া লাগে নিষ্ঠা, কৰ্ত্তব্যবোধ, ধৰ্ম্মপ্ৰাণ, আমাৰ দেশবাসীৰ অন্তৰত। যোৱা মহাপুৰুষৰ তিথি মহোৎসৱৰ দিনা নগাওঁত শ্ৰীমন্ত শঙ্কৰ মিশ্যনৰ চেষ্টাত দাতা হনুমান বক্স কানৈৰ বদান্যতাত এটি অন্ধ-বিদ্যালয় প্ৰতিষ্ঠা হৈ গল। এই মিশ্যনৰ চকু-চিকিৎসাত কিমান লোক উপকৃত হৈছে সেই কথা সকলোৱে জানি উঠিছে। এইদৰে আশাশুধীয়া ভাৱে কেইজন সেৱকে এই কামত লাগি থকা বাবে আজি অন্ধ-চিকিৎসালয় আৰু বিদ্যালয় স্থাপন সম্ভৱপৰ হৈ উঠিছে। যিজনে অসমীয়া জাতিক আধ্যাত্মিক চকু দান দি গল, তেৰাৰ পৱিত্ৰ নামত স্থাপিত শ্ৰীমন্ত শঙ্কৰ মিশ্যনৰ দ্বাৰা পথালি চকুৰো যে চিকিৎসা হৈছে, অন্ধযো যে এতিয়া পঢ়া-শুনা কৰিব পাৰিব, এইটো সাৰ্থকনামা কথা হৈছে।

বৃন্দাবনত যি এটি বৈষ্ণৱ বিশ্ববিদ্যালয় স্থাপন হৈছে তাত মহাপুৰুষৰ নামত এটি বিভাগৰ সৃষ্টি কৰিবলৈ কটন কলেজৰ ভূতপূৰ্ব্ব অধ্যক্ষ আৰু ডাইৰেক্টৰ শ্ৰদ্ধাস্পদ এচ-চি-ৰায় ডাঙৰীয়াই আপ্ৰাণ চেষ্টা কৰিছে। এই কথাও শুভশংসী।

শেহত ইয়াকে কব খোজো যে মহাপুৰুষৰ তিথি মহোৎসৱ পালনৰ সাৰ্থকতা হব সেই দিন যি দিন আমি দৈনন্দিন আচৰণৰ মাজেদি মহাপুৰুষীয়া ধৰ্ম্মৰ নীতি, সদাচাৰ, সৎসঙ্গ, সত্ আলোচনাৰ মাজেদি এখন নিখুঁত সমাজ গঢ়ি তুলিবলৈ সক্ষম হয়। জয়তু শ্ৰীমন্ত শঙ্কৰ জগদগুৰু।



# সাম্যবাদী শ্ৰীমন্ত শঙ্কৰ

**শ্ৰীকমল কান্ত হাজৰিকা**

অসম ভাস্কৰ তুমি,
আমাৰ অসম ভূমি
উজ্জ্বলালা তব প্ৰতিভাৰে,
অসত্য বিনাশি সদা,
সত্যৰ কৰিলা পূজা,
ঈশগুণ—গালা হৰিষেৰে।
মনুষ্য জনম লই,
বিষয়ী সংসাৰী হই—
কি সাধনা কৰিলাহে তুমি,
অসম কৰিলা ধন্য,
বিলায় বৈষ্ণৱ ধৰ্ম্ম,
পূণ্যময় কৰি জন্মভূমি।
সাম্যবাদ প্ৰচাৰিলা,
নামধৰ্ম্ম আচৰিলা,
মহন্ত কৰিলা যৱনক,
শৰণ ভজন সেৱা
(দিলা) গাৰো গোবিন্দক,
(আৰু) আতৈ মিৰি নাৰাযণক।
নগা, ভোট, মুছলিম,
নাভাবিলা কোনো ভিন,
দীক্ষা দিলা 'ভগৱন্ত সাৰ',
উচচ নীচ ভেদজ্ঞান,
নাশি শত ব্যৱধান
সমজ্ঞান কৰিলা প্ৰচাৰ।
ভাষা কৃষ্টি সাহিত্যৰ
অসমীয়া সমাজৰ,
ৰূপ দিব কৰিলা কল্পনা,
বেদ শাস্ত্ৰ মঠি তুমি
দশম কীৰ্ত্তন গঢ়ি,
সৌধ তুমি কৰিলা ৰচনা।
'যত জীৱ তত শিৱ'
কিনো মন্ত্ৰ গালা দেৱ
প্ৰকাশিলা তুমি যে মহান,
সমাজ সংস্কাৰ কৰি
হৰি নামৰ পাল তৰি,
শেষে হলা বৈকুণ্ঠ প্ৰয়াণ।
সাম্যবাদী সংস্কাৰক,—
শিল্পীকলা বিশাৰদ,
তুমি দেৱ সৰ্ব্বগুণাকৰ,
মহাপুৰুষীয়া বৈষ্ণৱৰ
'কৃষ্ণৰ প্ৰতীক শঙ্কৰ'
অৱতাৰ অসমৰ—
লোৱা সেৱা অধমৰ
থাকেমানে চন্দ্ৰ দিবাকৰ।

———

( শ্বিলং মুকুল সংঘৰ ২৭।৮।৫০ তাৰিখে বহা ১৩৮ নম্বৰ বৈঠকত পঠিত। )




# মানৱ সমাজলৈ দুজনা গুৰুৰ অৱদান

শ্ৰীহৰকান্ত দাস

মানুহ জাতি সমাজ প্ৰিয়। শান্তিপ্ৰিয় মানৱ-সুশৃঙ্খল আৰু সুস্থ অথচ সময়ৰ লগত খাপখোৱা প্ৰগতিশীল সমাজত শান্তিৰে থাকিবলৈ আৰু সুকলমে জীৱন-যাত্ৰা নিৰ্ব্বাহ কৰিবলৈ সদায় বিচাৰে। মানুহৰ দৃষ্টি, জ্ঞান-গৰিমা, বিদ্যা-বুদ্ধি আদি যিদৰে সদাই ঊৰ্দ্ধমুখী উন্নতিকামী মানুহ জাতিয়ে তেওঁৰ সমাজখনকো তেনে-দৰে উন্নতশীল কৰিবলৈ সদাই ইচ্ছা কৰে আৰু তাৰ বাবে যত্নবান হয়। ই মানুহৰ স্বাভাৱিক ধৰ্ম্ম। কাৰণ প্ৰগতিবাদী মানুহ জাতিয়ে জানে যে সুশৃঙ্খল আৰু সুস্থ অথচ প্ৰগতিশীল সমাজেই হৈছে মানুহ জাতিৰ ধমনী স্বৰূপ। গতিকে লোকসমূহৰ হিতকাৰী তথা জগতৰ হিতকাৰী মহাপুৰুষ সকলে তেনেখন সমাজ প্ৰতিষ্ঠা কৰিবলৈকেই যুগে যুগে অহোপুৰুষাৰ্থ কৰি যথাসৰ্ব্বস্ব ত্যাগ কৰিও জীৱন অতিবাহিত কৰিছিল আৰু আত্ম-বলিদান পৰ্য্যন্ত দিছিল। এই বিষয়ে পৃথিৱীৰ বুৰঞ্জীত আৰু শাস্ত্ৰাদি গ্ৰন্থ সমূহত ভুৰি ভুৰি প্ৰমাণ পোৱা যায়।

যীশুখৃষ্টই ধৰ্ম্মৰ জৰীয়তে এখন সুস্থ সমাজ প্ৰৱৰ্ত্তণ কৰিবলৈ গৈ আততায়ীৰ হাতত শূলবিদ্ধ হৈ প্ৰাণাহুতি দিছিল; হজৰৎ মহম্মদে তেনে এখন উদাৰ সমাজ প্ৰতিষ্ঠা কৰিবলৈ গৈ দুৰ্দ্দান্ত লোকৰ হাতত লাটিঘাটি হৈ পলাই ফুৰিব লগাত পৰিছিল; ভগৱান শ্ৰীকৃষ্ণই ধৰ্ম্মৰাজ্য এখন পুনৰ সংস্থাপন কৰিবলৈ গৈ জৰাসন্ধ, শিশুপাল আদিৰ হাতত নানান দুৰ্ব্যোগ ভুগিব লগাত পৰিছিল; ভগৱান বুদ্ধদেৱে ৰাজপুত্ৰহৈও ৰজাৰৰীয়া উজ্জ্বল, ভৱিষ্যতৰ সকলো সুখ-সম্পদৰ আশা আৰু যৌৱনৰ সকলো আনন্দ উপভোগ হেলাৰঙে পৰিত্যাগ কৰি ভিক্ষুকৰ ভেশ লৈ নানান লাটিঘাটি ভুগিও উদাৰ-নীতিত এখন সুস্থ সমাজ প্ৰতিষ্ঠা কৰিছিল, যুগ অৱতাৰ মহামানৱ মহাত্মা গান্ধীয়ে সকলো ধৰ্ম্ম-জাতি আৰু বৰ্ণৰ বাসস্থান পুণ্য-ভূমি ভাৰতত বৰ্ত্তমান যুগৰ উপযোগী এখন প্ৰশস্ত সমাজ উদাৰ নীতিত আৰু বহল ভেটিত প্ৰতিষ্ঠা কৰিবলৈ গৈ নঙঠা ফকিৰৰ ভেশ লৈ পুৰুষাৰ্থ কৰি থাকোতে আততায়ীৰ বন্দুকৰ গুলিত প্ৰাণত্যাগ কৰিব লগাত পৰিছিল। এনেদৰে দেখা যায় যে সৃষ্টি পাতনিৰে পৰা জগতৰ হিতকাৰী আৰু মানৱ জাতিৰ প্ৰকৃত বন্ধু মহাপুৰুষ সকলে জগতৰ আৰু মানৱ জাতিৰ হিতাৰ্থে সুস্থ আৰু কল্যাণকামী শান্তিপ্ৰিয় সমাজ প্ৰতিষ্ঠা কৰিবলৈ প্ৰাণাহুতি পৰ্য্যন্ত দিছিল।

সমাজ বুলিলে সামূহিক আৰু গাইগুটীয়া জীৱন-যাত্ৰা নিৰ্ব্বাহৰ বিষয়ত নিতান্ত আৱশ্যকীয় আহাৰ-বিহাৰ, আচাৰ-ব্যৱহাৰ, পিন্ধন-উৰণ, চলন-ফুৰণ, সাজ-সৰঞ্জাম, কাম-কাজ, বিয়া-বাৰু, শিক্ষা-দীক্ষা, মাত-কথা আদি নানান বিষয়ত উৰৈহতীয়া বান্ধ ৰীতি-নিয়ম আদি পালন কৰি চলা লোক সমূহৰ সমষ্টিক বুজায়। সমাজৰ তথা লোক সমূহৰ বল-শক্তি, সুখ-দুখ, উন্নতি-অৱনতি, শান্তি-অশান্তি আদি নিৰ্ভৰ কৰে সেই সমাজৰ ৰীতি-নিয়ম বান্ধ আদিৰ ওপৰত আৰু সেইবোৰ যথাৰীতি সুশৃঙ্খল ভাৱে পালনৰ ওপৰত যি সমাজৰ সৰ্ব্বসাধাৰণ লোকে সমাজৰ ৰীতি-নিয়ম আদি ঠিক মতে পালন কৰে সেই সমাজৰ আৰু লোক সমূহৰ উন্নতি অৱশ্যম্ভাৱী। আনহাতে ৰীতি আছে

# সাম্যবাদী শ্ৰীমন্ত শঙ্কৰ

**শ্ৰীকমল কান্ত হাজৰিকা**

অসম ভাস্কৰ তুমি,
আমাৰ অসম ভূমি
উজ্জ্বলালা তব প্ৰতিভাৰে,
অসত্য বিনাশি সদা,
সত্যৰ কৰিলা পূজা,
ঈশগুণ—গালা হৰিষেৰে ।
মনুষ্য জনম লই,
বিষয়ী সংসাৰী হই—
কি সাধনা কৰিলাহে তুমি,
অসম কৰিলা ধন্য,
বিলায় বৈষ্ণৱ ধৰ্ম্ম,
পূণ্যময় কৰি জন্মভূমি ।
সাম্যবাদ প্ৰচাৰিলা,
নামধৰ্ম্ম আচৰিলা,
মহন্ত কৰিলা যৱনক,
শৰণ ভজন সেৱা
(দিলা) গাৰো গোবিন্দক,
(আৰু) আতৈ মিৰি নাৰায়ণক ।
নগা, ভোট, মুছলিম,
নাভাবিলা কোনো ভিন,
দীক্ষা দিলা 'ভগৱন্ত সাৰ',
উচচ নীচ ভেদজ্ঞান,
নাশি শত ব্যৱধান
সমজ্ঞান কৰিলা প্ৰচাৰ ।
ভাষা কৃষ্টি সাহিত্যৰ
অসমীয়া সমাজৰ,
ৰূপ দিব কৰিলা কল্পনা,
বেদ শাস্ত্ৰ মথি তুমি
দশম কীৰ্ত্তন গঢ়ি,
সৌধ' তুমি কৰিলা ৰচনা ।
'যত জীৱ তত শিৱ'
কিনো মন্ত্ৰ গালা দেৱ
প্ৰকাশিলা তুমি যে মহান,
সমাজ সংস্কাৰ কৰি
হৰি নামৰ পাল তৰি,
শেষে হলা বৈকুণ্ঠ প্ৰয়াণ ।
সাম্যবাদী সংস্কাৰক,—
শিল্পীকলা বিশাৰদ,
তুমি দেৱ সৰ্ব্বগুণাকৰ,
মহাপুৰুষীয়া বৈষ্ণৱৰ
'কৃষ্ণৰ প্ৰতীক শঙ্কৰ'
অৱতাৰ অসমৰ—
লোৱা সেৱা অধমৰ
থাকেমানে চন্দ্ৰ দিবাকৰ ।

---

( শ্বিলং মুকুল সংঘৰ ২৭।৮।৫০ তাৰিখে বহা ১৩৮ নম্বৰ বৈঠকত পঠিত । )




# মানৱ সমাজলৈ দুজনা গুৰুৰ অৱদান

শ্ৰীহৰকান্ত দাস

মানুহ জাতি সমাজ প্ৰিয়। শান্তিপ্ৰিয মানৱ-সুশৃঙ্খল আৰু সুস্থ অথচ সময়ৰ লগত খাপখোৱা প্ৰগতিশীল সমাজত শান্তিৰে থাকিবলৈ আৰু সুকলমে জীৱন-যাত্ৰা নিৰ্ব্বাহ কৰিবলৈ সদায় বিচাৰে। মানুহৰ দৃষ্টি, জ্ঞান-গৰিমা, বিদ্যা-বুদ্ধি আদি যিদৰে সদাই উৰ্দ্ধমুখী উন্নতিকামী মানুহ জাতিয়ে তেওঁৰ সমাজখনকো তেনে-দৰে উন্নতশীল কৰিবলৈ সদাই ইচ্ছা কৰে আৰু তাৰ বাবে যত্নবান হয়। ই মানুহৰ স্বাভাৱিক ধৰ্ম্ম। কাৰণ প্ৰগতিবাদী মানুহ জাতিয়ে জানে যে সুশৃঙ্খল আৰু সুস্থ অথচ প্ৰগতিশীল সমাজেই হৈছে মানুহ জাতিৰ ধমনী স্বৰূপ। গতিকে লোকসমূহৰ হিতকাৰী তথা জগতৰ হিতকাৰী মহাপুৰুষ সকলে তেনেখন সমাজ প্ৰতিষ্ঠা কৰিবলৈকেই যুগে যুগে অহোপুৰুষাৰ্থ কৰি যথাসৰ্ব্বস্ব ত্যাগ কৰিও জীৱন অতিবাহিত কৰিছিল আৰু আত্ম-বলিদান পৰ্য্যন্ত দিছিল। এই বিষয়ে পৃথিৱীৰ বুৰঞ্জীত আৰু শাস্ত্ৰাদি গ্ৰন্থ সমূহত ভুৰি ভুৰি প্ৰমাণ পোৱা যায়।

যীশুখৃষ্টই ধৰ্ম্মৰ জৰীয়তে এখন সুস্থ সমাজ প্ৰৱৰ্ত্তণ কৰিবলৈ গৈ আততায়ীৰ হাতত শূলবিদ্ধ হৈ প্ৰাণাহুতি দিছিল; হজৰৎ মহম্মদে তেনে এখন উদাৰ সমাজ প্ৰতিষ্ঠা কৰিবলৈ গৈ দুৰ্দ্দান্ত লোকৰ হাতত লাটিঘাটি হৈ পলাই ফুৰিব লগাত পৰিছিল; ভগৱান শ্ৰীকৃষ্ণই ধৰ্ম্মৰাজ্য এখন পুনৰ সংস্থাপন কৰিবলৈ গৈ জৰাসন্ধ, শিশুপাল আদিৰ হাতত নানান দুৰ্য্যোগ ভুগিব লগাত পৰিছিল; ভগৱান বুদ্ধদেৱে ৰাজপুত্ৰহৈও ৰজাঘৰীয়া উদ্ভুল, ভৱিষ্যতৰ সকলো সুখ-সম্পদৰ আশা আৰু যৌৱনৰ সকলো আনন্দ উপভোগ হেলাৰঙে পৰিত্যাগ কৰি ভিক্ষুকৰ ভেশ লৈ নানান লাটিঘাটি ভুগিও উদাৰ-নীতিত এখন সুস্থ সমাজ প্ৰতিষ্ঠা কৰিছিল; যুগ অৱতাৰ মহামানৱ মহাত্মা গান্ধীয়ে সকলো ধৰ্ম্ম-জাতি আৰু বৰ্ণৰ বাসস্থান পুণ্য-ভূমি ভাৰতত বৰ্ত্তমান যুগৰ উপযোগী এখন প্ৰশস্ত সমাজ উদাৰ নীতিত আৰু বহল ভেটিত প্ৰতিষ্ঠা কৰিবলৈ গৈ নঙঠা ফকিৰৰ ভেশ লৈ পুৰুষাৰ্থ কৰি থাকোতে আততায়ীৰ বন্দুকৰ গুলিত প্ৰাণত্যাগ কৰিব লগাত পৰিছিল। এনেদৰে দেখা যায় যে সৃষ্টি পাতনিৰে পৰা জগতৰ হিতকাৰী আৰু মানৱ জাতিৰ প্ৰকৃত বন্ধু মহাপুৰুষ সকলে জগতৰ আৰু মানৱ জাতিৰ হিতাৰ্থে সুস্থ আৰু কল্যাণকামী শান্তিপ্ৰিয় সমাজ প্ৰতিষ্ঠা কৰিবলৈ প্ৰাণাহুতি পৰ্য্যন্ত দিছিল।

সমাজ বুলিলে সামূহিক আৰু গাইগুটীয়া জীৱন-যাত্ৰা নিৰ্ব্বাহৰ বিষয়ত নিতান্ত আৱশ্যকীয় আহাৰ-বিহাৰ, আচাৰ-ব্যৱহাৰ, পিন্ধন-উৰণ, চলন-ফুৰণ, সাজ-সৰঞ্জাম, কাম-কাজ, বিয়া-বাৰু, শিক্ষা-দীক্ষা, মাত-কথা আদি নানান বিষয়ত উমৈহতীয়া বান্ধ ৰীতি নিয়ম আদি পালন কৰি চলা লোক সমূহৰ সমষ্টিক বুজায়। সমাজৰ তথা লোক সমূহৰ বল-শক্তি, সুখ-দুখ, উন্নতি-অৱনতি, শান্তি-অশান্তি আদি নিৰ্ভৰ কৰে সেই সমাজৰ ৰীতি-নিয়ম বান্ধ আদিৰ ওপৰত আৰু সেইবোৰ যথাৰীতি সুশৃঙ্খল ভাৱে পালনৰ ওপৰত। যি সমাজৰ সৰ্ব্বসাধাৰণ লোকে সমাজৰ ৰীতি-নিয়ম আদি ঠিক মতে পালন কৰে সেই সমাজৰ আৰু লোক সমূহৰ উন্নতি অৱশ্যম্ভাৱী। আনহাতে ৰীতি আছে

নীতি নাই, আচাৰ আছে বিচাৰ নাই' হবলৈ হ'লে সমাজৰ বান্ধ নিশকতীয়া হৈ বিশৃঙ্খলতাৰ সৃষ্টি কৰে আৰু তাৰ দ্বাৰা সমাজ তথা লোকসমূহ ভিত্তিৰ পৰা জৰীৰ বান্ধ ছিঙি সোলকি পৰা মণিৰ দৰে ছিন্ন-ভিন্ন হৈ সকলো বিষয়তে অধোগতিৰ সম্মুখীন হবলগাত পৰে। গতিকে সমাজৰ আৰু লোক সমূহৰ হিতার্থে এহাতে যি দৰে সমাজৰ বান্ধ ৰীতি-নিয়ম আদি দেশ-কাল-পাত্ৰৰ উপযোগী, সুস্থ, সুশৃঙ্খল, উদাৰ, নিৰপেক্ষ আৰু প্ৰগতিশীল হোৱা দৰ্কাৰ আনহাতে তেনেদৰে সেইবোৰক সমাজৰ প্ৰত্যেক লোকেই যথাৰীতি পালন কৰাৰ আৰু কোনোবাই ইচ্ছাপূৰ্ব্বক ও জ্ঞানবশতঃ তাৰ উলংঘণ বা ত্ৰুটি কৰিলে তাৰ যথোপযুক্ত প্ৰতিকাৰ নিৰপেক্ষ ভাবে ততালিকে কৰাৰ নিতান্ত দৰ্কাৰ।

দেশ-কাল-পাত্ৰ ভেদে সমাজ বিশেষৰ কিছুমান বান্ধ ৰীতি-নিয়ম আদিৰ কিছু তাৰতম্য থাকে আৰু থকাটোও সম্পূৰ্ণ স্বাভাবিক। শীত প্ৰধান ইংলণ্ডৰ খৃষ্টান সমাজত জনসাধাৰণে শীত নিবাৰণৰ অৰ্থে মদ-মাংসাদি গৰম আহাৰ ভোজন কৰা তেওঁলোকৰ পক্ষে অহিতকাৰী নহৈ মঙ্গলজনকো হব পাৰে আৰু সেই একেটা অৰ্থতে তেওঁলোকে গীৰ্জ্জালৈ উপাসনাৰ বাবে যাওঁতে গৰম কোট-পেণ্ট, জোতা-মোজা আদি পিন্ধি ফিট্‌ফাট হৈ যোৱা দৰ্কাৰ বিধায় তেওঁলোক তেনেদৰে যায়। আনহাতে গ্ৰীষ্ম প্ৰধান ভাৰতত মদ-মাংসাদি গৰম আহাৰে জনসাধাৰণৰ বিশেষ অপকাৰ কৰে; আৰো এই গৰমৰ বাবেই ভাৰতবাসীয়ে মঠ-মন্দিৰ, নামঘৰ, মছজিদ আদিলৈ উপাসনা কৰিবলৈ যাওঁতে কেৱল চুৰিয়া চাদৰ লৈ গ'লেই যথেষ্ট; তাতকৈ বেচি গৰম জৰ্ম্মা সাজ পিন্ধি গ'লে গৰমত ছট্‌ফটাই অশান্তি ভুগিব লগাত পৰে; তেতিয়া উপাসনাৰ প্ৰতি একাগ্ৰতা থাকিব নোৱাৰে। এনেদৰে আন আন বহুতো বিষয়ত দেশ কাল আৰু পাত্ৰৰ ওপৰত সমাজৰ ৰীতি-নিয়ম বান্ধ আদি নিৰ্ভৰ কৰে।

আগৰ দিনত পৃথিবীৰ সকলো ঠাইৰ সকলো সমাজেই প্ৰধানতঃ ধৰ্ম্মৰ ভেটিত প্ৰতিষ্ঠিত আৰু প্ৰৱৰ্ত্তিত হৈছিল। তেতিয়াৰ দিনত আনকি ৰজা ও ৰজা-ঘৰীয়া বিষয়া সকলেও ধৰ্ম্ম-নীতি আৰু ধৰ্ম্ম-গুৰু সকলৰ নিৰ্দ্দেশ দিহা পৰামৰ্শ আদি মানি প্ৰজা শাসন কৰিছিল আৰু ৰাজকাৰ্য্য চলাইছিল। কিন্তু আজিৰ যুগত পৃথিবীৰ প্ৰায় সকলো দেশতে নানান মতাৱলম্বী ৰাজ-নৈতিক দলবোৰৰ উদ্ভৱ হোৱাত সিবোৰৰ অৰিয়া-অৰি খাম-খিয়ালি আদিৰ প্ৰভাৱত পৃথিবীৰ প্ৰায় সকলো সমাজতে প্ৰায় সকলো বিষয়তে সংস্কাৰ আৰু প্ৰগতিৰ নামত কম বা বেচি পৰিমাণে সমাজৰ বান্ধ সোলোক-ঢোলোক হোৱাত নানা প্ৰকাৰৰ বিশৃঙ্খলতাই মুৰ দাঙি উঠিছে। তেনে লোলা-সোলা জনিত বিশৃঙ্খলতা ভাৰতীয় সমাজত আৰু বিশেষকৈ ভাৰতীয় হিন্দু সমাজত বিশেষ প্ৰৱল ভাবে দেখা দিছে। আমাৰ এই সমাজত আজি কিছুদিনৰ পৰা খোৱা-বোৱা আহাৰ-বিহাৰৰ কোনো বিচাৰ নাই, পোছাক-পৰিচ্ছদৰ কোনো জাতীয়তা বান্ধ বা নিদৰ্শন নাই, চলন-ফুৰণ খেল-ধেমালিত নিজৰ জাতীয় ঐতিহ্যৰ বিশেষ কোনো সত্তা দেখা নেযায়, ল'ৰা-ছোৱালীৰ শিক্ষা-দীক্ষাৰ বিষয়ত ভবিষ্যতৰ কোনো সুস্থ নীতিৰ প্ৰতি লক্ষ্য নাই, ডেকা-গাভৰুৰ ভিতৰত বিয়া-বাৰু সম্পৰ্কে কোনো বান্ধ নাই। এনে-দৰে দেখা যায় যে সমাজৰ যিটো ফাললৈকেই দৃষ্টি কৰা যায় সেই ফালতেই কেৱল বিশৃঙ্খলতা, অনিৰ্দ্দিষ্টতা, অসহিষ্ণুতা, অনিয়মানুৱৰ্ত্তিতা, অনৈতিকত্ব আৰু অস্থিৰতাই প্ৰৱল ভাবে প্ৰভাৱ বিস্তাৰ কৰিছে। তেনে-স্থলত আমাৰ সমাজ কোন ফাললৈ ধাবিত হৈছে তাক বুজা নেযায়; কিন্তু এইটো ঠিক যে যদি দেশৰ গৌৰৱপূৰ্ণ

নীতি নাই, আচাৰ আছে বিচাৰ নাই' হবলৈ হ'লে সমাজৰ বান্ধ নিশকতীয়া হৈ বিশৃঙ্খলতাৰ সৃষ্টি কৰে আৰু তাৰ দ্বাৰা সমাজ তথা লোকসমূহ ডিঙিৰ পৰা জৰীৰ বান্ধ ছিঙি সোলকি পৰা মণিৰ দৰে ছিন্ন-ভিন্ন হৈ সকলো বিষয়তে অধোগতিৰ সম্মুখীন হবলগাত পৰে। গতিকে সমাজৰ আৰু লোক সমূহৰ হিতাৰ্থে এহাতে যি দৰে সমাজৰ বান্ধ ৰীতি-নিয়ম আদি দেশ-কাল-পাত্ৰৰ উপযোগী, সুস্থ, সুশৃঙ্খল, উদাৰ, নিৰপেক্ষ আৰু প্ৰগতিশীল হোৱা দৰ্কাৰ আনহাতে তেনেদৰে সেইবোৰক সমাজৰ প্ৰত্যেক লোকেই যথাৰীতি পালন কৰাৰ আৰু কোনোবাই ইচ্ছাপূৰ্ব্বক ও জ্ঞানবশতঃ তাৰ উলঙ্ঘণ বা ত্ৰুটি কৰিলে তাৰ যথোপযুক্ত প্ৰতিকাৰ নিৰপেক্ষ ভাবে ততালিকে কৰাৰ নিতান্ত দৰ্কাৰ।

দেশ-কাল-পাত্ৰ ভেদে সমাজ বিশেষৰ কিছুমান বান্ধ ৰীতি-নিয়ম আদিৰ কিছু তাৰতম্য থাকে আৰু থকাটোও সম্পূৰ্ণ স্বাভাৱিক। শীত প্ৰধান ইংলণ্ডৰ খৃষ্টান সমাজত জনসাধাৰণে শীত নিবাৰণৰ অৰ্থে মদ-মাংসাদি গৰম আহাৰ ভোজন কৰা তেওঁলোকৰ পক্ষে অহিতকাৰী নহৈ মঙ্গলজনকো হব পাৰে আৰু সেই একেটা অৰ্থতে তেওঁলোকে গীৰ্জ্জালৈ উপাসনাৰ বাবে যাওঁতে গৰম কোট-পেণ্ট, জোতা-মোজা আদি পিন্ধি ফিট্‌ফাট হৈ যোৱা দৰ্কাৰ বিধায় তেওঁলোক তেনেদৰে যায়। আনহাতে গ্ৰীষ্ম প্ৰধান ভাৰতত মদ-মাংসাদি গৰম আহাৰে জনসাধাৰণৰ বিশেষ অপকাৰ কৰে; আৰো এই গৰমৰ বাবেই ভাৰতবাসীয়ে মঠ-মন্দিৰ, নামঘৰ, মছজিদ আদিলৈ উপাসনা কৰিবলৈ যাওঁতে কেৱল চুৰিয়া চাদৰ লৈ গ'লেই যথেষ্ট; তাতকৈ বেচি গৰম জগা সাজ পিন্ধি গ'লে গৰমত ছট্‌ফটাই অশান্তি ভুগিব লগাত পৰে; তেতিয়া উপাসনাৰ প্ৰতি একাগ্ৰতা থাকিব নোৱাৰে। এনেদৰে আন আন বহুতো বিষয়ত দেশ কাল আৰু পাত্ৰৰ ওপৰত সমাজৰ ৰীতি-নিয়ম বান্ধ আদি নিৰ্ভৰ কৰে।

আগৰ দিনত পৃথিবীৰ সকলো ঠাইৰ সকলো সমাজেই প্ৰধানতঃ ধৰ্ম্মৰ ভেটিত প্ৰতিষ্ঠিত আৰু প্ৰৱৰ্ত্তিত হৈছিল। তেতিয়াৰ দিনত আনকি ৰজা ও ৰজা-ঘৰীয়া বিষয়া সকলেও ধৰ্ম্ম-নীতি আৰু ধৰ্ম্ম-গুৰু সকলৰ নিৰ্দ্দেশ দিহা পৰামৰ্শ আদি মানি প্ৰজা শাসন কৰিছিল আৰু ৰাজকাৰ্য্য চলাইছিল। কিন্তু আজিৰ যুগত পৃথিবীৰ প্ৰায় সকলো দেশতে নানান মতাৱলম্বী ৰাজ-নৈতিক দলবোৰৰ উদ্ভৱ হোৱাত সিবোৰৰ অৰিয়া-অৰি খাম-খিয়ালি আদিৰ প্ৰভাৱত পৃথিবীৰ প্ৰায় সকলো সমাজতে প্ৰায় সকলো বিষয়তে সংস্কাৰ আৰু প্ৰগতিৰ নামত কম বা বেচি পৰিমাণে সমাজৰ বান্ধ সোলোক-চোলোক হোৱাত নানা প্ৰকাৰৰ বিশৃঙ্খলতাই মূৰ দাঙি উঠিছে। তেনে লোলা-সোলা জনিত বিশৃঙ্খলতা ভাৰতীয় সমাজত আৰু বিশেষকৈ ভাৰতীয় হিন্দু সমাজত বিশেষ প্ৰৱল ভাবে দেখা দিছে। আমাৰ এই সমাজত আজি কিছুদিনৰ পৰা খোৱা-বোৱা আহাৰ-বিহাৰৰ কোনো বিচাৰ নাই, পোছাক-পৰিচ্ছদৰ কোনো জাতীয়তা বান্ধ বা নিদৰ্শন নাই, চলন-ফুৰণ খেল-ধেমালিত নিজৰ জাতীয় ঐতিহ্যৰ বিশেষ কোনো সত্তা দেখা নেথায়, ল'ৰা-ছোৱালীৰ শিক্ষা-দীক্ষাৰ বিষয়ত ভবিষ্যতৰ কোনো সুস্থ নীতিৰ প্ৰতি লক্ষ্য নাই, ডেকা-গাভৰুৰ ভিতৰত বিয়া-বাৰু সম্পৰ্কে কোনো বান্ধ নাই। এনে-দৰে দেখা যায় যে সমাজৰ যিটো ফাললৈকেই দৃষ্টি কৰা যায় সেই ফালতেই কেৱল বিশৃঙ্খলতা, অনিৰ্দ্দিষ্টতা, অসহিষ্ণুতা, অনিয়মানুবৰ্ত্তিতা, অনৈতিকতা আৰু অস্থিৰতাই প্ৰৱল ভাবে প্ৰভাৱ বিস্তাৰ কৰিছে। তেনে-স্থলত আমাৰ সমাজ কোন ফাললৈ ধাবিত হৈছে তাক বুজা নেযায়; কিন্তু এইটো ঠিক যে যদি দেশৰ গৌৰৱপূৰ্ণ






দেৱকুমাৰ স্মৃতি-ভৱন



শ্ৰীমতী সুনীতি দাস
( দেৱকুমাৰ স্মৃতি-ভৱন দাত্ৰী )




আধাৰ শিলাৰ শিলালিপি



শ্ৰীমন্ত শঙ্কৰদেৱ কৃষ্টিকেন্দ্ৰৰ দুৱাৰ মুকলি উৎসৱ উপলক্ষে সজা তোৰণ । আঁতৰত দেৱকুমাৰ স্মৃতি-ভৱন ।

ঐতিহ্যৰ ভেটিত ভৰ দি সুস্থ আৰু সুশৃংখল ভাবে সমাজখনক, তথা ভাৰতীয় ৰাষ্ট্ৰখনক সময়োপযোগী কৰি গঢ় দিয়া নহয় তেন্তে অলপ দিনৰ ভিতৰতে ভাৰতৰ কোটাকলীয়া উজ্জ্বল ঐতিহ্যপূৰ্ণ সমাজ ৰাষ্ট্ৰ পাহৰণিৰ অতল গৰ্ভত লীন যাব। তেনে অৱস্থাত নিজৰ সামাজিক ঐতিহ্য কি আছিল সেই বিষয়ে গভীৰ ভাবে ভাবিবৰ উপযুক্ত সময় আহি পৰিছে।

আমাৰ দেশ স্বাধীন হোৱাৰ পিছৰে পৰা নানান বৰ্ণ আৰু ধৰ্ম্মাৱলম্বী লোক পূৰ্ণ দেশখন আৰু দেশৰ বৃহত্তৰ সমাজখন কি পদ্ধতিত কেনেদৰে চলা উচিত সেই বিষয়ে দেশৰ চিন্তাশীল লোক মাত্ৰেই গাইগুটীয়া আৰু সমূহীয়া ভাবে নানান জল্পনা- কল্পনা কৰি আছে, বাক্-বিতণ্ডা কৰি আছে আৰু দিহাপৰামৰ্শাদি আগবঢ়াই আছে। ইযাৰ ভিতৰতে বাইকৈ দেশৰ ৰাজনৈতিক দল কংগ্ৰেছী, কমিউনিষ্ট, চোছিয়েলিষ্ট, প্ৰজা-চছিয়েলিষ্ট, জনসংঘ, ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘ, ৰামৰাজ্য পৰিষদ, হিন্দু মহাসভা আদিয়ে নিজৰ নিজৰ দলৰ স্বাৰ্থ আৰু অভিৰুচি মতে সমাজ ব্যৱস্থাৰ মত আৰু দিহা আগবঢ়াইছে। সিবোৰৰ বিষয়ে বিতংকৈ কোনো আলোচনা নকৰি দেশ-কাল আৰু পাত্ৰৰ পিনৰ পৰা আৰু দেশৰ ঐতিহ্যৰ ফালৰ পৰা বিচাৰ কৰি চাই এইটো ঠোৰতে কব পাৰি যে এই স্বাৰ্থাণ্বেষী দল সমূহৰ কোনোটোৰে সমাজ ব্যৱস্থাই আমাৰ জনসাধাৰণৰ পক্ষে সম্পূৰ্ণৰূপে নিৰ্ভুল বা খাপখোৱা নহয়। গতিকে সময়োপযোগী সুস্থ আৰু কল্যাণকামী সমাজ গঢ়িবলৈ হ'লেই দেশ-কাল-পাত্ৰৰ লগতে নিজৰ ঐতিহ্যৰ বিচাৰ কৰা নিতান্ত দৰ্কাৰ।

এইখিনিতে এইটোও মনকৰিবলগীয়া যে বৰ্ত্তমান যুগত যদিও পৃথিৱীৰ সমাজবোৰত ৰাজনৈতিক প্ৰভাৱ [illegible] পৰিছে তথাপি পৃথিৱীৰ প্ৰায় সকলো দেশৰ সকলো সমাজতেই কম বা বেচি পৰিমাণে আজি[illegible] ধৰ্ম্মৰ ভেটিত প্ৰতিষ্ঠিত আৰু প্ৰৱৰ্ত্তিত হৈ আছে। [illegible] প্ৰধান কাৰণ—ধৰ্ম্মই আধ্যাত্মিকতা আৰু নৈতিকতাৰ বাহন স্বৰূপে সমাজ বান্ধোনৰ মূল জৰী তথা ধৰণী স্বৰূপ। গতিকে সেই ধৰ্ম্ম তথা ধৰ্ম্মমত ও ধৰ্ম্মৰ নীতি-নিয়ম আদি যিমানেই প্ৰশস্ত, উদাৰ, সুশৃংখল আৰু সৰ্ব্বসাধাৰণ লোকৰ হিতকাৰী ও সহজে পালনীয় হয় সি সিমানেই সমাজ বান্ধোনত আৰু সুস্থ সমাজ প্ৰৱৰ্ত্তনত শক্তিশালী আৰু কাৰ্য্যকৰী হয়। তেনে অৱস্থাত যিবোৰ সামাজিক প্ৰথা বা আচাৰ আদিয়ে সমাজক ঘূণে ধৰাদি খুলি খুলি খাই দুৰ্ব্বল কৰে সিবোৰক ৰাখি উলিয়াই যি কোনো প্ৰকাৰে নিৰ্ম্মূল কৰা নিতান্ত প্ৰয়োজন আৰু যি বোৰ নীতি-প্ৰথা আদি সমাজৰ হিতকাৰী সিবোৰৰ বিস্তাৰিত প্ৰচলন অতীৱ আৱশ্যক।

ওপৰত যি কোৱা হৈছে তাৰ পৰা এইটো বুজা যায় যে যি কোনো ৰাষ্ট্ৰ, ৰাজ্য বা সমাজত ধৰ্ম্ম এটা অপৰিহাৰ্য্য অঙ্গ। আজিৰ যুগত যিহেতু আমাৰ ৰাষ্ট্ৰত নানা ধৰ্ম্মাৱলম্বী লোক আছে সেই হেতু ৰাষ্ট্ৰ সংবিধান এনে হোৱা উচিত যাতে প্ৰত্যেক নাগৰিকে নিজৰ অভিৰুচি মতে ধৰ্ম্ম পালন কৰিব পাৰে। কিন্তু তাত এইটোও চাব লাগিব যাতে ধৰ্ম্ম-নিৰপেক্ষতা নামত ধৰ্ম্মক বৰ্জ্জন কৰা নহয় আৰু যাতে এক শ্ৰেণী ধৰ্ম্মাৱলম্বী লোকে নিজৰ ধৰ্ম্ম পালন কৰাত আন ধৰ্ম্মাৱলম্বী লোকৰ অন্তৰত কোনো প্ৰকাৰে আঘাত দিয়া নহয়। আন ভাষাত কবলৈ গ'লে—একেখন সমাজ বা ৰাষ্ট্ৰত বসবাস কৰা বিভিন্ন ধৰ্ম্মাৱলম্বী লোক সকলৰ ধৰ্ম্মৰ ৰীতি-নীতি-নিয়মাদি এনে হোৱা উচিত যাতে সিবোৰ সকলো ধৰ্ম্মাৱলম্বী লোকৰ বাবেই হিতকাৰী কল্যাণদায়ক আৰু সহজে গ্ৰহণীয় ও পালনীয় হ'ব পাৰে। উদাহৰণ স্বৰূপে কব পাৰি হিন্দুৰ [illegible] নামঘৰ-সত্ৰাদিত নামকীৰ্ত্তন বা নামধ্বনি কৰা, [illegible] মছজিদত [illegible] শঙ্খ বা নাম আওৱাজ কৰা [illegible]

খৃষ্টানৰ গীৰ্জ্জা ঘৰত ঈশ্বৰৰ নামগুণ গাই প্ৰাৰ্থনা বা উপাসনা কৰা একে বস্তু ; কেৱল ভাষাহে বেলেগ । আকৌ সকলো ধৰ্ম্মৰ যিবোৰ নীতিমূলক ভাগ সেইবোৰ একে ; গতিকে সেইবোৰ সকলোৰে পালনীয় ও গ্ৰহণীয় । যেনেকৈ—সত্য পালন, সত্য আচৰণ, অহিংসা, দয়া, প্ৰেম, সহিষ্ণুতা, সমদৰ্শিতা, ত্যাগ আদি সজ ও উদাৰ গুণযুক্ত নীতিবোৰ সকলো ধৰ্ম্মাৱলম্বী লোকৰ পক্ষেই এহাতে যি দৰে পালনীয় আনহাতে তেনেদৰে সিবোৰক সকলোৱে গ্ৰহণ কৰি মানি চলা উচিত । ইয়াৰ উপৰিও প্ৰত্যেক লোকেই আন সকলোকে আত্মবৎ জ্ঞান কৰি সবাৰো প্ৰতি সমদৰ্শী হোৱা, সকলোৰে স্বাধীন সত্তা মানি চলা, জাতিভেদ, অস্পৃশ্যতা, হিংসা-দ্বেষ আদি বৰ্জ্জন কৰা, মাদকতা নিবাৰণ কৰা আৰু আনৰ ধৰ্ম্ম-সমাজ ৰীতি-নীতি আদিক ঘিণ বা হিংসা নকৰি সহ-অৱস্থান আৰু সহিষ্ণুতাৰ ভেটিত সিবোৰক শান্তিপূৰ্ণ ভাবে চলি থাকিব দিয়া ।

সৃষ্টি পাতনিৰে পৰা আমাৰ এই ভূ-ভাৰতত যি সকল মহাপুৰুষ আৱিৰ্ভাৱ হৈ সুস্থ সমাজ প্ৰৱৰ্ত্তনৰ ব্যৱস্থা কৰি গৈছে সি সকলৰ ভিতৰত আমাৰ এই ভূ-স্বৰ্গ অসম ভূমিত আজি পাঁচ শ বছৰৰ আগতে শ্ৰীশঙ্কৰ মাধৱ দুজনা গুৰুই আৱিৰ্ভূত হৈ যিখন সমাজ প্ৰতিষ্ঠা আৰু প্ৰৱৰ্ত্তন কৰিছিল সেইখন সমাজ যে অতি উদাৰ, প্ৰশস্ত, সুস্থ, প্ৰগতিশীল আৰু সকলো সময়ৰ সকলো লোকৰ বাবে সমানে উপযোগী, তাত তিলমানো সন্দেহ নাই । আন কথাত কবলৈ গ'লে এইটো ভাঠি কব পাৰি যে দুজনা গুৰুৰ প্ৰতিষ্ঠিত সমাজখনৰ দৰে নিখুত, প্ৰশস্ত, উদাৰ আৰু পবিত্ৰ সমাজ আন ক'তো কোনো মহাপুৰুষে প্ৰৱৰ্ত্তন কৰা নাই । গতিকে এই সমাজ সম্পৰ্কে অলপ বহলাই আলোচনা কৰি চোৱা যাওক—

দুজনা গুৰুৰ সমাজ সম্পৰ্কত এইটো ঠোৰতে কৈ থোৱা ভাল যে শ্ৰীমন্ত শঙ্কৰৰ প্ৰৱৰ্ত্তিত ও প্ৰতিষ্ঠিত এক ঈশ্বৰবাদী শুদ্ধ সৎ এক শৰণ নামধৰ্ম্ম তথা মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্ম্ম অতি উদাৰ, নিখুঁত, পবিত্ৰ আৰু জাতিবৰ্ণ অৱস্থা নিৰ্ব্বিশেষে সকলো দেশৰ সকলো লোকৰ বাবে সকলো সময়তে সহজে পালনীয় । এই ধৰ্ম্ম মতে মানুহ মাত্ৰকে পৰম পুৰুষ পৰমেশ্বৰৰ অংশ বিশেষ বুলি ঠাৱৰ কৰি সকলোৰে স্বাধীন সত্তা আৰু সমতা স্বীকাৰ কৰা হৈছে । গতিকে জাতিগত বৰ্ণগত কিংবা জন্মগত উচ্চতা-নীচতা স্পৃশ্য-অস্পৃশ্য আদি ভেদভাব এই সমাজত নাই ।

মানুহৰ আধ্যাত্মিক, নৈতিক, দৈহিক, আৰ্থিক আদি উন্নতিৰ বাবে আৰু সুখ-শান্তি-আনন্দ আদিৰ উপভোগৰ বাবে সাহিত্য-সংস্কৃতি, শিল্প-কলা, নাট-ভাওনা আদি যিবোৰ সুকুমাৰ আৰু ললিত কলাৰ নিতান্ত প্ৰয়োজন সেই সকলোবোৰকে দুজনা গুৰুৰ সমাজত, উদাৰ ভেটিত প্ৰতিষ্ঠা কৰা দেখা যায় ।

যি কোনো সমাজতে কি জন্মগত কি কৰ্ম্মগত জাতিভেদ প্ৰথা, সমাজৰ বৰৰোগ ও কলঙ্কস্বৰূপ । এই প্ৰথাই এহাতে যেনেকৈ দেখুৱায় যে জাতিভেদ থকা সমাজৰ লোক প্ৰকৃত ঈশ্বৰ জ্ঞান তথা ব্ৰহ্মজ্ঞান ও আত্মতত্ত্ব সম্বন্ধে অজ্ঞানী, আনহাতে এই প্ৰথাই সমাজত অনাস্থা আৰু বিশৃঙ্খলতাৰ সৃষ্টি কৰি সমাজখনক তেনেই নিশকতীয়া আৰু পতনোন্মুখী কৰে । এই ঘিণলগা প্ৰথাই ভাৰতীয় সমাজক ক্ৰমে দুৰ্ব্বল কৰি দেশখনক ছাৰখাৰ কৰে । সেই দেখিয়েই শ্ৰীমন্ত শঙ্কৰদেৱে তেওঁৰ প্ৰতিষ্ঠিত সমাজৰ পৰা জাতিভেদ ৰূপ মহাপাপক সমূলে নিৰ্মূল কৰিছিল আৰু গাৰো, ভোট, যৱন আদি সকলো জাতিৰ লোকক গুণানুসাৰে ধৰ্ম্ম সমাজত উচ্চ আসন পৰ্য্যন্ত দিছিল । তেওঁৰ মতে—

সিটো চণ্ডালক গৰিষ্ঠ মানি ।
যাৰ জীহবাগ্রে থাকে হৰি বাণী ।।—কীৰ্ত্তন
কুকুৰ খাব হেন ম্লেচ্ছ গণে ।
সিও শুদ্ধ হোৱে হৰি কীৰ্ত্তনে।।—কীৰ্ত্তন
চণ্ডালো হৰি নাম লোৱে মাত্র ।
কৰিবে উচিত যজ্ঞৰ পাত্র ।।—কীৰ্ত্তন
নাহি ভকতিত জাতি অজাতি বিচাৰ ।
কৃষ্ণৰ ভকতি সমস্তৰে অধিকাৰ ।।—বৰ্গাৱলী
গাৰো ভোট যৱনে হৰিনাম লয় ।
হেনয় হৰিনাম দুৰ্জ্জনে নিন্দয় ।।

জানিলোঁ ব্ৰাহ্মণ জন্ম হইবেক নলাগে তাব
যিটো কৃষ্ণ কথাত ৰসিক ।
যৈতে তৈতে হউক জন্ম সি সি জন সৰ্ব্বোত্তম
যাৰ শ্ৰদ্ধা হৰি ভকতিত ।।

× × ×

জাতি কুলাচাৰ ধৰ্ম্মে কোন কাৰ্য্য সাধিবেক
জ্ঞান কোন কাৰ্য্যত শকত ।
অজ্ঞানী অজাতি পাপী কৃষ্ণক ভজোক মাত্র
তাৰো হৈবে পৰম মহত ।।

× × ×

কিৰাত কছাৰী খাচি গাড়ো মিৰি
যৱন কঙ্ক গোৱাল ।
অসম মুলুক ধোবা যে তুৰুক
কুবাচ ম্লেচ্ছ চণ্ডাল ।।
আনো পাপী নৰ কৃষ্ণ সেৱকৰ
সঙ্গত পবিত্র হয় ।
ভকতি • লভিয়া সংসাৰ তৰিয়া
বৈকুণ্ঠে সুখে চলয় ।।—শ্ৰীমদ্ভাগৱত
২য় স্কন্ধ

ইয়েহে হৰিনাম লোৱা হৰিকীৰ্ত্তন কৰা কুকুৰ ভজা কথাক বহল অৰ্থত অৰ্থাৎ ঈশ্বৰৰ নাম-গুণ কীৰ্ত্তন কৰা, ঈশ্বৰক মানা আৰু আত্মতত্ত্ব বা ব্ৰহ্মজ্ঞান লভি সবাকো অৰ্থাৎ সকলো জীৱকে আত্মবৎ জ্ঞান কৰি সমান চকুৰে চোৱাক বুজাইছে । তাৰ প্ৰমাণ স্বৰূপে আমি পাওঁ,—

কুকুৰ চণ্ডাল গৰ্দ্দভৰো আত্মাৰাম ।
জানিয়া সবাকো পৰি কৰিবা প্ৰণাম ।।—কীৰ্ত্তন

আকৌ যিজন লোক সকলোৰে প্ৰতি সমদৰ্শী তেওঁৰ কোনো প্ৰকাৰৰ ভেদবুদ্ধি থাকিব নোৱাৰে । সকলোতে সমদৰ্শী উদাৰ জ্ঞানী লোক সকলেই সমাজৰ আৰু মানুহ জাতিৰ ধাম স্বৰূপ । তেনে লোকৰ মনত জাতি অজাতিৰ কোনো ভেদ বিচাৰ নাই । তেনেজন লোককে প্ৰকৃত পণ্ডিত বা তত্ত্বদৰ্শী পণ্ডিত বোলা হয় । যথা,—

ব্ৰাহ্মণৰ চণ্ডালৰ নিবিচাৰি কুল ।
দাসত চোৰত যেন দৃষ্টি সমতুল ।।
নীচত সাধুত যাৰ ভৈল এক জ্ঞান ।
তাহাকেসে পণ্ডিত বোলয় সৰ্ব্বজন ।।—কীৰ্ত্তন

ইয়াকেই আমি গীতাত পাওঁ,—

সৰ্ব্বভূতস্থমাত্মানং সৰ্ব্বভূতানি চাত্মনি ।
ঈক্ষতে যোগ-যুক্তাত্মা সৰ্ব্বত্র সমদৰ্শিনঃ ।।—গীতা ৬।২৯

—যোগীয়ে সকলো ভূতত বা প্ৰাণীতে আত্মাক দেখে আৰু নিজৰ আত্মাতেই সকলো ভূতক বা প্ৰাণীক দেখে। তেওঁ সকলোৰে প্ৰতি সমদৰ্শী ।

সুস্থ সমাজৰ আন এটি প্ৰধান নীতি হৈছে—অহিংসা । সকলোতে পৰমেশ্বৰৰ সত্তা মানি সৈ সকলোকে আত্মবৎ জ্ঞান কৰি হিংসা দ্বেষ বৰ্জ্জন কৰিবলৈ গুৰুজনে কৈছে,—

আত্মাৰূপে ঈশ্বৰৰ পৰ শৰীৰত ।
সৰ্ব্বদা আছন্ত তাক বুজাপে মনত ।।

পৰক কৰয় যেহ বৃথা দেহ লাগি ।
নৰকত পৰে সিটো পৰম অভাগী ।।—নিমিনৰ সিদ্ধ

মেশ্বৰ আত্মাৰূপে সকলো জীৱতে আছে ; তেনে ৱাত আনক হিংসা কৰা মানে আত্মাৰূপী ঈশ্বৰক হিংসা কৰা হয় । তাকে আমি পাওঁ,—

ঈশ্বৰক হিংসা কৰে পৰ শৰীৰত
পৰয় অৱশ্যে সিটো ঘোৰ নৰকত ।। ৰত্নাকৰ ভাঃ

নুহৰ নিচিনাকৈ অন্যান্য প্ৰাণী হিংসাও মহাপাপ জানো কাৰণতে নিৰীহ প্ৰাণীৰ প্ৰতি হিংসা বৃত্তি অবলম্বন কৰা উচিত নহয় ; তেনে কৰিলে পাপত ৰি নৰক যন্ত্ৰণা ভুগিব লাগিব । তাকে আমি পাও,—

যিটো মন্দমতি অতি একোৱে নুবুজে ।
ব্যৰ্থ পশু-পক্ষী মাৰি সকুটুম্বে ভুঞ্জে ।।
মহা ৰৌৰৱত পৰে নাহিকে নিস্তাৰ ।
কঙ্ক পশুগণে বেঢ়ি মাংস খাই গাৰ ।। ভাগৱত ৬ষ্ঠ অং

আকৌ পোক পৰুৱা আদিক গাঁতৰ ভিতৰত ৰোধ কৰাও মহাপাপ । সেই সম্পৰ্কে পোৱা যায়,—

প্ৰাণীক নিৰোধে যিটো গাঁত গহ্বৰত ।
তাকো যমদূতে পোতে যমৰ পুৰত ।। ভাগৱত ৬ষ্ঠ অং

দেৱ-দেৱীৰ উদ্দেশ্যেও পশুবধ কৰা বা বলি দিয়া পাপ । তাতে আকৌ নিজৰ পোহা পশু-পক্ষীক দিয়া বা কাটি খোৱা তাতোকৈ বেচি পাপ । এই য়ে আমি পাওঁ,—

ঘৰপোহা পশু যিটো কৰে বলিদান ।
পৰম অজ্ঞানী সিটো ৰাক্ষস সমান ।।
যি কাৰ্য্যে কাটিলে মাৰি তাত্তো নাহি আৰ্ত ।
চিৰকাল ভৱে নৰকত কৰে বাস ।।

পাছে পৰকালে তাক সেহি পশুপাই ।
কাটি কাটি শৰীৰৰ মাংস ছিণ্ডি খায় ।।
মহা দুঃখে মূৰ্চ্ছা যায় স্মৃতিজ্ঞান হৰে ।
চিৰকাল পাতকী যন্ত্ৰণা ভুঞ্জি মৰে ।। ভাগৱত ৬ষ্ঠ অং

আকৌ যি পোহনীয়া পশু-পক্ষীয়ে নিৰ্ভৰ হৈ গৃহস্থৰ ওচৰত থাকে আৰু গৃহস্থৰ হাতত আহাৰাদি খায় তেনে পশু-পক্ষীক হত্যা কৰা অকল নিদাৰুনতাই নহয় ই অমানুষীক নিষ্ঠুৰতা ও মহাপাপাচৰণ । এই বিষয়ে মহাপুৰুষে কৈছে,—

মাতিলে আপুনি খায় হাততে আহাৰ ।
তাক যিটো জনে বধে শুনা গতি তাৰ ।।
অস্ত্ৰ-শস্ত্ৰ ধৰি পশু থাকে বাট চাই ।
যেতিক্ষণে সিটো নৰ পৰলোকে যায় ।।
কাটিছিণ্ডি বেঢ়ি মোচৰয় কতো যাৰ ।
ডোখোৰা ডুখৰি কৰি মাংসখাই গাৰ ।।
—নিমিনৱ সিদ্ধ

যি ডাঁহ মহ মাখি জোঁক আদিয়ে মানুহ আদি জীৱৰ তেজ পী প্ৰাণ ধাৰণ কৰে মহাপুৰুষৰ মতে তেনে মহ মাখি আদিকো বধ কৰা মহাপাপ ;—

ডাঁস মশ মাখি জোঁক পোক পৰুৱাৰ ।
ঈশ্বৰে নিৰ্ম্মিল বৃত্তি কৰিবে আহাৰ ।।
পীয়ন্তে গাৱৰ তেজ তাক যিটো মাৰে ।
পৰে সিটো নৰ অন্ধকূপ অন্ধকাৰে ।।
ডাঁসে মশে সৰ্পে তৈতে খাই তাক বেঢ়ি ।
নাহি নিদ্ৰা আতি আৰ্ত্তৰাৱে পাৰে গেৰি ।।
কেঁচুক পিম্পৰা যেন মতে বেঢ়ি খায় ।
ভুঞ্জে মহা যাতনা চেতন তাৰ নাই ।। ভাগৱত ৬ষ্ঠ অং

এনেধৰে প্ৰাণীহিংসাৰ বিৰুদ্ধে মহাপুৰুষৰ [illegible] অসংখ্য প্ৰমাণ পোৱা যায় ।

এই বিনিতে মনত পৰে এদিনাখন জনম প্ৰদীপ স্বৰ্গীয় জ্ঞানদাভিৰাম বৰুৱাদেৱে এজন চাহাবৰ লগত বহি কথাপাতি থাকোতে এটা মহে ভেখেতৰ গাত পৰি তেজ পীলে; ভেখেতে ভেতিয়া মহটোক নেমাৰি নাহেকৈ খেদি দিলে। তাকে দেখি চাহাবজন আচৰিত আৰু অবাক হ'ল।

প্ৰাণীহিংসাৰ পৰিৱৰ্তে প্ৰাণীক উপকাৰ কৰিবলৈহে মহাপুৰুষে উপদেশ দি গৈছে। যথা,—

কৰিবা ভূতক দয়া সকৰুণ চিত।
হুইবা শান্ত চিত্ত সৰ্ব্বজনত বৎসল ॥

—ভক্তি প্ৰদীপ-

মহাপুৰুষৰ মতে মানুহৰ পুণ্য কামৰ ভিতৰত প্ৰাণীৰ প্ৰতি উপকাৰ কৰাটো এটা মহৎ পুণ্যৰ নিদৰ্শন। এই সম্পৰ্কে পোৱা যায়,—

জগতৰ পুণ্য মানে জানা নিষ্ট কৰি।
প্ৰাণী উপকাৰৰ অল্পকো নুহি সৰি ॥
হেন জানি প্ৰাণীক অভয় দিয়া দান।
বোলা হৰি হৰি পাইবা বৈকুণ্ঠত স্থান ॥

—হৰিশ্চন্দ্ৰ উপাঃ

প্ৰাণীক অভয় দান দিয়া আৰু প্ৰাণীক উপকাৰ কৰা যে মহা পুণ্যৰ কাম সেই সম্পৰ্কে আমি আৰু পাওঁ,—

প্ৰাণী ভয় ভীত ভৈলে কৰিবে ৰক্ষণ ॥
শিৰ্ণৰত মহন্তৰ এহি ব্যৱহাৰ।
পৰবস্তু বাবে জীৱ দিয়া [illegible]
[illegible]
[illegible]

[illegible]

সংসাৰৰ পাপ আদিৰ পৰা মুক্তি পাবলৈ হলে প্ৰতি হিংসাবোৰ বৰ্জ্জন কৰি সিবোৰৰ উপকাৰ সাধন কৰা আৰু সকলোকে বিষ্ণুময় জ্ঞান কৰা উচিত।—

যত দেখা ভূত প্ৰাণী সবে বিষ্ণু হেন জানি
হিংসা এৰি কৰা উপকাৰ।
বিষ্ণুক মনত ধৰা শ্ৰৱণ কীৰ্ত্তন কৰা
নিস্তৰিবা ভৈবেসে সংসাৰ ॥—ভাগৱত অষ্টঃ

সত্যাচৰণ আৰু সত্যপালন যি কোনো সুস্থ সমাজৰ বাবে প্ৰধান সম্বল। এই সম্পৰ্কে মহাপুৰুষৰ লেখনীত পোৱা যায়,—

সত্যে নেই উৰ্দ্ধক অসত্যে অধোগতি।
হেন জানি সত্যক ৰাখিবে কৰা মতি ॥

—হৰিশ্চন্দ্ৰ উপাঃ

আকৌ যিলোকে বেদাদি শাস্ত্ৰ পঢ়ি পৰম পণ্ডিত হয় আৰু নানান ধৰ্ম্ম-কাৰ্য্যাদি কৰে তেনে লোকেও যদি সত্যক বৰ্জ্জন কৰে তেন্তে তেওঁৰ সমস্ত জ্ঞান আৰু ধৰ্ম্ম-কাৰ্য্যাদি বিফল হয়।—

যিটো পুৰুষৰ নষ্ট ভৈল অঙ্গীকাৰ।
লোকৰ বৰ্জ্জন হোৱে জীৱন ধিক্কাৰ ॥
নাহি নাহি আন ধৰ্ম্ম জানা সত্যবিনে।

× × ×

অগ্নিহোত্ৰ কৰে যিটো পঢ়ে চাৰিবেদ।
যত মহা দান আদি কৰে অবিচ্ছেদ ॥
সকলো নিষ্ফল যাৰ নাহিক বচন।
হেন জানি সত্য প্ৰভু কৰিয়ো ৰক্ষণ ॥

—হৰিশ্চন্দ্ৰ উপাঃ

[illegible] বৰ্জ্জন [illegible] একশৰণ [illegible] ধৰ্ম্ম-সমাজৰ আন এটা মূল নীতি। যি সকলে [illegible] [illegible] যায়,—

[illegible]
[illegible] ॥

কৰে সদা নাৰীসঙ্গ আৰো মদ্যপান।
ইসৱৰ নাহি জানা শাস্ত্ৰৰ বিধান ॥
—নিমিনৱ সিদ্ধ—

মিছা সাক্ষী দিয়া মহাপাপ; কাৰবাৰাদি আদান প্ৰদানতো মিছা কোৱা মহাপাপ। এই বিষয়ে পোৱা যায়,—

সাক্ষী হৈয়া সভাত অসত্য বোলে বাণী।
ক্ৰয় বিক্ৰয়তো মিছা মাতে যিটো প্ৰাণী ॥
শতেক যোজন উপৰক নেই ধৰি।
শিলাত পেলাৱে দুতে হেঠ মুণ্ড কৰি ॥
—ভাগৱত ৬ষ্ঠ—

শ্ৰীশঙ্কৰ মাধৱৰ প্ৰতিষ্ঠিত সমাজৰ আন এটা শ্ৰেষ্ঠ আৰু সৰ্ব্বযুগোপযোগী প্ৰধান নীতি হৈছে—সমতা আৰু সহিষ্ণুতাৰ বলত আনৰ ধৰ্ম্ম আৰু সমাজক হিংসা-দ্বেষ বা ঘৃণা নকৰি মৰমৰ চকুৰে চাব লাগে। যথা,—

পৰৰ ধৰ্ম্মক নিহিংসিবা কদাচিত।
কৰিবা ভূতক দায়া সকৰুণ চিত ॥
—ভক্তি প্ৰদীপ—

আৰো,—

নকৰিবা নিন্দা আন পন্থী সমস্তকে।
বাঞ্ছিব ফলৰ অৰ্থে তেজিবা কৰ্ম্মক ॥
—ৰত্নাকৰ ভা:

ইয়েই সহ-অৱস্থান বা পঞ্চশীলা নীতিৰ ভেটি-স্বৰূপ নহয়নে?

আজিৰ সমাজ ব্যৱস্থাত দেখা যায় যে গাওঁ পঞ্চায়ত, সমবায় আদি প্ৰতিষ্ঠা হৈছে জড়বাদৰ ভেটিত; গতিকে ইবোৰত কাৰো আন্তৰিকতা নাই আৰু সেই দেখিয়েই ইবোৰ সদাই ধ্বংসোন্মুখী। আনহাতে দুজনা গুৰুৰ সমাজত ইবোৰ বিষয়ৰ যি বিধি-ব্যৱস্থা আছিল সেইবোৰ আছিল ঈশ্বৰ পৰায়ণতা, আন্তৰিকতা, নিস্বাৰ্থতা আৰু সেৱা ও দয়া-ধৰ্ম্মাদিৰ উদাৰ ভেটিত প্ৰতিষ্ঠিত।

এনেদৰে দেখা যায় যে মানৱ জাতিৰ হিতাৰ্থে বিশাল সমাজ চিৰদিনেই উদাৰ ও কল্যাণকামী তেনেখন সমাজকে প্ৰতিষ্ঠা কৰি থৈছিল পুণ্য ভাৰতৰ চন্দ্ৰ সূৰ্য্য স্বৰূপ অৱতাৰী পুৰুষ শ্ৰীশঙ্কৰ মাধৱে। বৰ্ত্তমান যুগৰ সমাজ সংস্কাৰকাৰী লোক আৰু দলসমূহে দুজনা গুৰুৰ প্ৰতিষ্ঠিত চিৰ মঙ্গলময় সাম্য-মৈত্ৰী আৰু উদাৰতাৰ প্ৰশস্ত নীতিপূৰ্ণ সমাজখনৰ আহি লৈ সমাজ সংস্কাৰত আগবাঢ়িলে মানৱ জাতিৰ অশেষ কল্যাণ সাধন কৰা হব।

সামৰণিত ইয়াকে কব পাৰি যে মানৱ জীৱন সদা-সৰ্ব্বদা বিপদ-সঙ্কুল পৰিস্থিতিত বৰ্ত্তমান। এই জীৱন সমুদ্ৰত ৰোগ শোক তাপ, জড়া, মৃত্যু, ভয় দুখ-দৈন্য অভাৱ-অভিযোগ আদিয়ে পৰিপূৰ্ণ হৈ আছে। ইবোৰৰ হাতসাৰি মানুহে সুখশান্তি আনন্দ বলশক্তি সুদীৰ্ঘ জীৱন আদি লাভৰ বাবে অহৰহ চেষ্টা কৰি থাকিব লগাত পৰে। ইয়াৰ ফলতেই সুখদুখ, ৰোগ-নীৰোগ, ভাল-বেয়া, উন্নতি-অৱনতি, আশা-নিৰাশা আদি সকলোকে লৈয়েই মানৱী জীৱন গঠিত হৈছে। গতিকে জীৱন যুদ্ধত সফলতাৰে যুজিবলৈ এহাতে যেনেকৈ মানুহক সৎসঙ্গ, সৎপন্থা আৰু শক্তি লাগে তেনেদৰে সদাই পৰমাত্মাৰ পিনে ধাবমান জীৱাত্মাক সুদীৰ্ঘকাল দেহ-সজাত আৱদ্ধ ৰাখি শান্তি দিবলৈ আধ্যাত্মিকতা, নিয়মানুৱৰ্ত্তিতা, সহিষ্ণুতা আৰু ত্যাগ আদি নৈতিকতাৰ নিতান্ত প্ৰয়োজন। জীৱন যুদ্ধত মানুহৰ পক্ষে গাইগুটীয়াভৱে সফলতাৰে যুজিবলৈ সহজ সাধ্য নহয়, গতিকে মানুহক আধ্যাত্মিকতা আৰু নৈতিকতা আদি সজ গুণবোৰৰ ভেটিত প্ৰতিষ্ঠিত সুস্থ সমাজ লাগে। তেনেখন সমাজকেই দুজনা গুৰুৱে প্ৰতিষ্ঠা কৰি গৈছিল।

আজি পাঁচ শ বছৰৰ ভিতৰত সেই সমাজত যি মলিনতঃ মামৰ আদি ঘূণে ধৰিছে সেইখিনি ধঁহিপিহি মুই পখালি ছালিজাৰি পূৰ্ব্বৰ দৰে চিকচিকীয়া কৰি লৈ নতুন সাজেৰে পুনৰ প্ৰৱৰ্ত্তন কৰি আজিৰ সমাজ প্ৰতিষ্ঠা কৰিলে, আমাৰ সমাজৰ তথা মানৱ জাতিৰ অশেষ কল্যাণ হব।

---

# অধৰ্ম্মৰ পতন

শ্ৰীউমা কান্ত শৰ্ম্মা

ৰাজনীতি ক্ষেত্ৰৰ অদ্বিতীয় বীৰ শ্ৰীকৃষ্ণই কুৰু-পাণ্ডৱৰ ভিতৰত হোৱা যুদ্ধখন বন্ধ কৰিবলৈ অহো-পুৰুষাৰ্থ কৰিছিল। ৰাষ্ট্ৰদূত হিচাবে শ্ৰীকৃষ্ণই দুৰ্য্যোধনৰ আগত প্ৰস্তাৱ ৰ'খিলে—হে প্ৰতাপী দুৰ্য্যোধন, আপুনি যুদ্ধখন বন্ধ কৰক, এই যুদ্ধৰ পৰা বিশেষ একো লাভ নহব, মাথোন আপোনাসকলৰ জ্ঞাতি, কুটুম, বন্ধু, বান্ধৱ এই যুদ্ধত ধ্বংস হব। গতিকে ৰাজ্যখন সমানে দুভাগ কৰি এভাগ আপুনি ৰাখক আৰু আন ভাগ পাণ্ডৱক দিয়ক। তেতিয়া দাম্ভিক দুৰ্য্যোধনে উত্তৰ দিলে— এইটো কোনোমতে হব নোৱাৰে। শ্ৰীকৃষ্ণই আকৌ দুৰ্য্যোধনক কলে যদি আপুনি অৰ্দ্ধৰাজ্য নিদিয়ে, তেন্তে পাঁচ ভায়েকক পাঁচখন গাওঁ দিয়ক। তেতিয়াও দুৰ্ম্মতি মহা অভিমানী দুৰ্য্যোধনে উত্তৰ দিলে—হে কেশৱ, চোকা বেজীৰে যি মাটি ভেদ ক'ৰিব পাৰি, তাৰো আধা মই বিনা যুদ্ধে পাণ্ডৱক নিদিম। দুৰ্য্যোধনৰ এনে দাম্ভিকপূৰ্ণ কথা শুনি বিফল মনোৰথ হৈ শ্ৰীকৃষ্ণ পাণ্ডৱ শিবিৰলৈ আহিল। শ্ৰীকৃষ্ণই স্পষ্টভাৱে বুজিলে যে কুৰু পাণ্ডৱৰ যুদ্ধ কোনো মতে বাধা দিব নোৱাৰি।

ইপিনে দুৰ্য্যোধনে ভাৰতৰ মহাপৰাক্ৰমী বীৰসকলক ধনৰ লোভ দেখুৱাই নিজৰ ফলিয়া কৰিলে। ধনৰ বশ কোনে নহয়? দ্ৰোনাচাৰ্য্যই উভয়ে পাণ্ডৱ আৰু কৌৰৱক যুদ্ধ শিক্ষা দিছিল। তেওঁৰ নিচিনা ধাৰ্ম্মিক গুৰুইও ধনৰ লোভত দুৰ্য্যোধনৰ লগ হ'ল। অৰ্জ্জুনেই দ্ৰোনাচাৰ্য্যৰ অতি মৰমৰ প্ৰিয় শিষ্য আছিল। এতিয়া ধনৰ লোভতে তেওঁ তেওঁৰ প্ৰিয়শিষ্য অৰ্জ্জুনৰ বিৰুদ্ধে থিয় হ'ল। ভীষ্মৰ নিচিনা সত্য প্ৰতিজ্ঞ নিজৰ ইচ্ছামতে মৃত্যু বৰণ কৰিব পৰা বীৰজন প্ৰতিজ্ঞাবশতঃ দুৰ্য্যোধনৰ লগ ললে। মহাবীৰ কৰ্ণইও দুৰ্ম্মতি দুৰ্য্যোধনে হাত কৰিলে। কুৰু-পাণ্ডৱৰ যুদ্ধত, দ্ৰোণাচাৰ্য্য, ভীষ্ম, আৰু কৰ্ণই মহাপৰাক্ৰমী বীৰ আছিল। এতিয়া দুৰ্য্যোধনক পায় কোনে? দুৰ্য্যোধনে ভাবিলে, যুদ্ধত তেওঁৰ জয় নিশ্চিত। দুৰ্য্যোধনৰ গৰ্ব্ব, অহঙ্কাৰ আৰু অভিমানৰ সীমা নোহোৱা হ'ল। যুদ্ধৰ কাৰণে বিপুল আয়োজন কৰিবলৈ ধৰিলে।

কুৰু-পাণ্ডৱৰ যুদ্ধ ঘোষণা হ'ল। দুৰ্য্যোধনে যুদ্ধ ঘোষণা কৰাৰ আগেয়ে মাতৃ গান্ধাৰীৰ ওচৰত আশীৰ্ব্বাদ লবলৈ গ'ল। যুদ্ধ ঘোষণা কৰা খবৰ শুনি গান্ধাৰীয়ে কান্দিবলৈ ধৰিলে। মাকক কন্দা দেখি দুৰ্ম্মতি দুৰ্য্যোধনে ক'লে—আই তুমি মোৰ শুভ যাত্ৰাত আনন্দ প্ৰকাশ নকৰি আৰু আশীৰ্ব্বাদ নিদি কেলেই কান্দিবলৈ ধৰিলা। ছিঃ, আই তুমি কেনেকুৱা, তোমাৰ নিচিনা মাতৃৰ এনে কাণ্ড দেখি মই বৰ আচৰিত হৈছোঁ। এনেকুৱাকৈ কান্দিবা বুলি জানিলে মই কেতিয়াও তোমাৰ ওচৰলৈ নাহিলোঁহেঁতেন।

গান্ধাৰীয়ে তেতিয়া কান্দি কান্দি ক'লে, বোপা তুমি মোৰ জেষ্ঠ্য পুত্ৰ, তোমাৰ আচৰণ দেখি মই একেবাৰেই অস্থিৰ হৈছোঁ। যুদ্ধত জয়ী হবলৈ মই তোমাক কেনেকৈ আশীৰ্ব্বাদ কৰোঁ। বাছা,—যুদ্ধৰ কাৰণে দেখোন তোমাৰ একো সম্বল নাই। দুৰ্য্যোধনে কলে—যুদ্ধ বিদ্যাত নিপুণ অক্ষৌহিণী সৈন্য মোৰ লগত। মহা ধনুৰ্দ্ধাৰী বীৰ গুৰু দ্ৰোণ মোৰ পক্ষত। নিজৰ ইচ্ছামতে মৃত্যুক বৰণ কৰিব পৰা ভীষ্ম মোৰ লগত। কৰ্ণৰ নিচিনা, অদ্বিতীয় বীৰ মোৰ পক্ষত। ইপিনে মহাপৰাক্ৰমী মোৰ নিৰানব্বৈজন ভাই। এনেস্থলত যুদ্ধৰ কাৰণে মোৰ সম্বল নাই। গোটেই ৰাজ্য মোৰ অধীন। বিপুল ঐশ্বৰ্য্য মোৰ হাতত। অৰণ্যে কাৰ্য্য শাৰা পাণ্ডৱৰ পিনে লৌ [illegible] চোৰ শ্ৰীকৃষ্ণ






শিশুমন্দিৰ



নামঘৰত ভকত আৰু আইসকলে নাম লোৱা এটি দৃশ্য

আছে। সেই শ্ৰীকৃষ্ণইনো ক'ত ভালকৈ যুদ্ধ কৰিব পাৰে। সি কেৱল কুমন্ত্ৰণা দিয়াত পাৰ্গত। ইপিনে শ্ৰীকৃষ্ণই মোৰ আগত কৈছে যে তেওঁ কুৰু পাণ্ডৱৰ যুদ্ধত অস্ত্ৰ ধাৰণ নকৰিব। গতিকে যুদ্ধৰ সম্বল দেখোন মোৰ যথেষ্ট। আই, তুমি একো দুখ নকৰিবা। হাঁহি-মুখে মই জয়ী হম বুলি মোক বিদায় দিয়া।

পুতেকৰ কথা শুনি গান্ধাৰীয়ে আকৌ কান্দি কান্দি কবলৈ ধৰিলে বাছা? তুমি যিবোৰ সম্বলৰ কথা কৈছা সেইবোৰ একো সম্বলেই নহয়। যদিও তোমাৰ পক্ষত গুৰু দ্ৰোণাচাৰ্য্য আছে ভীষ্ম আছে আৰু অদ্বিতীয় বীৰ কৰ্ণ আছে তথাপি তোমাৰ আচল সম্বল নাই। দুৰ্য্যোধনে তেতিয়া কলে—কি আচল সম্বল আই, মই একো বুজিব পৰা নাই। গান্ধাৰীয়ে তেতিয়া ক'লে ধৰ্ম্ম। তুমি ধৰ্ম্মৰ পথৰ পৰা একেবাৰেই ভ্ৰষ্ট হৈছা। তুমি ভাবি চোৱাছোন, কিমান অধৰ্ম্ম কাৰ্য্যত লিপ্ত হৈছা। জতুগৃহ নিৰ্ম্মাণ কৰি নিঃসহায় পাণ্ডৱক পুৰি মাৰিবলৈ চেষ্টা কৰিছিলা কিন্তু কৃতকাৰ্য্য হব পাৰিলানে? বাছা যথা ধৰ্ম্মঃ তথা জয়ঃ। ধৰ্ম্মৰ জয় সদায়। তুমি আৰু কি পাপ কাম কৰিছা এবাৰ ভাবিচোৱা। ভীমক বিহ খুৱাই মাৰিবলৈ যত্ন কৰিছিলা, তাতো সফল হব নোৱাৰিলা। দ্ৰৌপদীৰ নিচিনা সতী তিৰোতাক অনাহকত তুমি অৱমাননা কৰিলা। উঃ সেই পাপৰ কথা স্মৰণ কৰিলে আজিও মোৰ বুকু ধপ্ ধপ্ কৰিবলৈ ধৰে। এখন কাপোৰ পিন্ধি থকা দ্ৰৌপদীক মানুহৰ আগলৈ নি বিবস্ত্ৰা কৰিবলৈ চেষ্টা কৰিছিলা। কিন্তু পাৰিলানে? চকুৰ আগতে সতীৰ তেজ আৰু ধৰ্ম্মৰ গুণ দেখা পালা। সেই অপমান আজিও দ্ৰৌপদীয়ে পাহৰিব পৰা নাই। আজিও তেওঁ চুলি নাবান্ধি চকুলো টুকি টুকি সেই অপমানৰ প্ৰতিশোধৰ কাৰণে ব্ৰত কৰি আছে। যদিও তুমি আজি ধনৰ বল আৰু সৈন্যৰ বলত গৰ্ব্ব আৰু অভিমান কৰি আছা। তথাপি মই কিন্তু জয়ৰ আশা দেখা নাই। তুমি যদি মোক মাতৃ বুলি মানা আৰু সঁচাকৈয়ে আশীৰ্ব্বাদ লবলৈ ইচ্ছা কৰিছা তেন্তে তুমি যুদ্ধ ত্যাগ কৰা আৰু পাণ্ডৱৰ সৈতে মিল হোৱা। তোমালোক সকলোৱে একে পৰিয়ালৰ মানুহ। ৰাজ্য সমানে ভাগ কৰি এভাগ পাণ্ডৱক দিয়া আৰু এভাগ তোমালোকে ৰাখা।'

যেতিয়া মানুহৰ ধ্বংস হয়, তেতিয়া তাৰ হিতাহিত বিবেচনা নোহোৱা হয়। মাকৰ হিতোপদেশ শুনি দুৰ্য্যোধন খঙতে জ্বলি পকি উঠিল। তেওঁ মাকক নিন্দাহে কৰিবলৈ ধৰিলে। দুৰ্য্যোধনে ক'লে—আই, তোমাৰ নিচিনা মাতৃৰ আশীৰ্ব্বাদ নেলাগে। তোমাৰ আশীৰ্ব্বাদ লবলৈ আহি মই বৰ ডাঙৰ ভুল কৰিছো। এই বুলি কৈ অভিমানী দুৰ্য্যোধন মাকৰ ওচৰৰ পৰা নবালৰিকৈ গুচি গ'ল।

পৃথিৱীৰ ভিতৰত কুৰু-পাণ্ডৱৰ ভীষণ যুদ্ধ হ'ল। জগতৰ বীৰ পুৰুষসকলে এই যুদ্ধত যোগ দিলে। দুৰ্য্যোধন, দুঃশাসন আদি কৰি একশ ভাই কৌৰাই যুদ্ধত মৰিল। সত্যপথত চলি থকা পাণ্ডৱৰ জয় হ'ল।

ৰজনী বিদুৰ দিশ ধূসৰী বৰণ।
তিমিৰ-আঁতৰিয়া বাজ ৰবিৰ কিৰণ॥

—ৰবীন্দ্ৰ



নামঘৰ উদ্বোধনত হৰিজন-সেৱা

# ঐকান্তিকতা

শ্ৰীহৰিপ্ৰসাদ বৰুৱা।

বৈৰাগীয়ে বাটে বাটে গাই গৈছে,—

"একান্ত ভকত সবে   নিৰ্গুণ কৃষ্ণৰ গুণ
গাৱে সদা বসিযা যথাত।
বৈকুণ্ঠকো পৰিহৰি   যোগীৰো হৃদয় এৰি
থাকা হৰি সাক্ষাতে তথাত।।

মাধৱ গুৰুৱে মিছা কথা কবই নোৱাৰে। কৃষ্ণৰে সাক্ষাত হবই।"

অলপ আগবাঢ়ি আকৌ গালে,—

"অহঙ্কাৰ থাকন্তেও   সাক্ষাত কৃষ্ণক পাৱে
শ্ৰৱন কীৰ্ত্তন ধৰ্ম্ম যাৰ।।"

'সাক্ষাতে কৃষ্ণক পাৱে' এই কথা মিছা হবই নোৱাৰে। অহঙ্কাৰ থাকন্তেও কৃষ্ণৰ সাক্ষাত পায়। কৃষ্ণক সাক্ষাত পায়। কেৱল একান্ত ভকত হব পাৰিলেই হয়। হে প্ৰভু, দেখা দিয়া। 'অভয় চৰণে শৰণ পশিলোঁ, হৰি এ, তুৱা গুণ নাম ভকতি প্ৰদীপ চাওঁ ৰাম ৰাম।' হে হৰি, হে কৃষ্ণ, একান্ত ভকতি দিয়া, এবাৰ দৰ্শন পাওঁ। মই দৰ্শন পাওঁ। মই! মই! মাথোন মই! অহঙ্কাৰ! অহঙ্কাৰ!! তথাপিও 'অহঙ্কাৰ থাকন্তেও সাক্ষাত কৃষ্ণক পাৱে।' নিশ্চয় দৰ্শন পাব লাগিব।

'হে প্ৰভু নৰহৰি   তোমাৰ চৰণ দুইক
প্ৰেমভাৱে স্মৰণ দুৰ্লভ।
যথা কথঞ্চিত ৰূপে   অহনিশে প্ৰভু মোৰ
সুমৰণ হওক সুলভ।।
হে প্ৰভু, একান্ত ভকতি দিয়া।"

এনেতে বৈৰাগীয়ে নৈৰ পাৰৰ পকী ঘাট এটা দেখি একাষত ৰল। নিজৰ বস্তা পাৰি তাতে বহিল। কেও মানুহ ঘাটৰে পানী নিবলৈ আহিছে, কেও পুৰ-নাৰীয়ে গাগৰী ভৰাই পানী নিছে, কতই বাচন বৰ্ত্তন ধুইছে, মানুহ অহা-যোৱা কৰাৰ অন্ত নাই। কেও বা বাচন এখঁহা দুখঁহা মাৰি পানীত জুবুৰীয়াই গুচি গৈছে। বৈৰাগী নিজৰ ভাৱনাত তন্ময়। গুণ গুণ কৈ গাইছে,

"কৃষ্ণৰ কথাক সদা   কীৰ্ত্তন কৰয় যিটো
মনে দৃঢ় কৰিয়া নিশ্চয়।
নিষ্কাম হোক বা যদি   সকাম হোৱয় তাক
কদাচিতো কলি নবাধয়।।"

হে প্ৰভু, নিষ্কামক সকাম কৰা। মোৰ নিষ্কাম! মোৰ নিষ্কাম!! অহঙ্কাৰ! আকৌ অহঙ্কাৰ!

'অহঙ্কাৰ থাকন্তেও   সাক্ষাত কৃষ্ণক পাৱে
শ্ৰৱন কীৰ্ত্তন ধৰ্ম্ম যাৰ।।'

সাক্ষাত দিয়া প্ৰভু, সাক্ষাত দিয়া। নহয়,

'হে প্ৰাণবন্ধু কৃষ্ণ   কৃপাৰ সাগৰ হৰি
কৃপাদৃষ্টি চাহিয়োক মোক।
সহজ বাসনা ৰূপে   শৰণ দিয়োক নাথ
মোৰ অহঙ্কাৰ দূৰ হোক।।'

হে প্ৰভু! মোৰ অহঙ্কাৰ চূৰ্ণ কৰি তোমাক দেখা যোগ্য কৰা, প্ৰভু! সাক্ষাত পোৱাৰ যোগ্য কৰাঁ, প্ৰভু।"

এনেতে এটা মানুহে এজাপ বাচন লৈ আহিল। অতি সন্তৰ্পনে কাঁহী-বাটিবোৰ পকী ঠাইৰ ওপৰত থলে। তাৰ পাছত কাঁহী-বাটিবোৰ খঁহি পানীৰে ধুলে। এটা বাচন ধোৱে, ভালকৈ নিকা হৈছেনে চায়। এচিকটা ঠায়ো মুখ নেদেখা হলে, আকৌ মাজে। বৈৰাগীৰ চকু মানুহজনৰ ওপৰত পৰিল। মানুহজনে কাঁহী-বাটি অতি সাৱধানে জাপি লৈ [illegible] গল। কঢ়িয়াই নিওঁতে কাঁহী-বাটি জাপৰ পৰা [illegible] খটং মাত লোৱাল। মানুহজনৰ চকু [illegible], খোজ থৰ্ক-

বৈৰাগীৰ চকু তেওঁৰ পিছে পিছে গ'ল। মানুহজন ওচৰৰে বৰ ডাঙৰ ঘৰ এটাৰ ফালে গল এইটো নিশ্চয় মানুহজনৰ নিজৰ ঘৰ নহয়। হোৱা হলে নিজে কাঁহী-বাটি ধুবলৈ নাহে। তেওঁ আকৌ এসোপা বাচন লৈ আহিল। প্ৰাণ ঢালি পৰিষ্কাৰ কৰি আকৌ তলমূৰ কৰি গুচি গ'ল। এইবাৰ বৈৰাগীয়ে মানুহজনৰ পিছু ধৰিলে। দেখিলে, তেওঁ বৰ ডাঙৰ পকীঘৰ এটাৰ ভিতৰ ফালে সোমাল। বৈৰাগীয়ে গিৰিহঁতক আগ-চৰাতে দেখিলে। গৃহস্থই তেওঁক আথে-বেঠে আদৰি চৰাৰ ভিতৰত চকী এখনত বহুৱালে। তাৰ পাছত টকা এটা যাচিলে। বৈৰাগীযে নলয। গৃহস্থই অলপ আচৰিত হ'ল, সুধিলে—"কম হল নে কি?" বৈৰাগীয়ে কলে,—"কম হোৱা নাই বাপ। কতোৱা পইচাটো পাওঁ, কতোৱা চৰতীয়াটো। টকাটো তাতোকৈ বহুত গুণে অধিক।" গৃহস্থই সুধিলে,— "তেন্তে?" বৈৰাগীয়ে কলে,—"মোক চেলা এজনহে লাগে।" গৃহস্থৰ চকু ঠৰ হল। কলে,—"কত পাম মই আপোনাৰ চেলা?" বৈৰাগীয়ে বাচন ধোৱা মানুহ জনৰ কথা কলে। গৃহস্থৰ মুখ শুকাই গ'ল। তেওঁ বুজিলে বৈৰাগী মানুহ চিনিব পৰা পুৰুষ। কলে,— "প্ৰভু, মোৰ হাত চিগি যায়।" বৈৰাগীয়ে কলে,— "মানুহজনক পালে মোৰ মানৱী জীৱন সাৰ্থক হোৱাৰ আশা আছে। মোৰ এইটো উপকাৰ নকৰিবনে, বাপ?' গৃহস্থ নিমাত হল। বৈৰাগীয়ে আকৌ কলে,—" মানুহজনক পালে মোৰ সাধনাত বহুত সহায় হয়। সংসাৰ ত্যাগ কৰি ওলালো সাধনাৰ কাৰণে, কিন্তু আপোনাৰ সংসাৰী মানুহজনৰ নিষ্ঠা লাভ কৰিব পৰা নাই। কিছুদিন তেওঁৰ সংসৰ্গত বাস কৰিবলৈ পালে, জানোচা মনলৈ একনিষ্ঠতা আহেই। মোৰ কাম আগবাঢ়িলেই, তেওঁ যদি গুচি আহিব খোজে, মই একো নেোৱাজো।" কিমান দিনলৈ লাগিব পাৰে বুলি গৃহস্থই সোধাত বৈৰাগীয়ে উত্তৰ দিলে,—"সেইটো কেনেকৈ কওঁ বাপ? ইমানকেহে কব পাৰোঁ, মোৰ বাসনা নিদ্ধি হোৱাৰ আশা দেখিলেই, মই তেওঁক থাকিবলৈ নকওঁ।" গৃহস্থই কলে,—"সেয়ে যদি হয়, তেন্তে বাৰু মই তাক সোধো সি যাব খোজেনে নাই।

গৃহস্থই মানুহজনক মাতি আনি কলে,—"এই সাধুজনে তোক কিছুদিনলৈ বিচাৰিছে, তই যাবিনে? তেখেতৰ কাম হৈ গলেই তই ইয়ালৈ ঘূৰি আহিবি। তেখেতৰ লগত থকা কালৰ দৰমহা ময়ে দিম।" "মানুহজনে কলে,—" মই দেউতাৰ চাকৰ যি কামলৈকে পাচে মই তাকে কৰিম, যলৈকে পঠিয়াই তালৈকে যাম। মোৰ কি আপত্তি থাকিব পাৰে?" গৃহস্থই কলে,—"বাৰু, তেন্তে তোৰ কাপোৰ কানি লৈ ওলাই আহ।" ততালিকে মানুহজনে সৰু টোপোলা এটা লৈ আগত থিয় দিলেহি। বৈৰাগীয়ে গৃহস্থক কলে,— "বাপ, মই আপোনাক আশীৰ্ব্বাদ দিবৰ যোগ্য হোৱা নাই। ভগৱান কৃষ্ণৰ চৰণত কাকুতি কৰিছোঁ, যেন প্ৰভুৱে আপোনাৰ কল্যাণ কৰে।"

গৃহস্থই বৈৰাগীক দীঘল দি সেৱা কৰিলে। বৈৰাগীয়ে কিছুপৰ ঠিয় দি চকু মুদি থাকি কলে,—"বাপ, আপোনাৰ পৰাই যদি মোৰ মনস্কাম পূৰণ হয।" এই বুলি তেওঁ আগবাঢ়িল। মানুহজন তেওঁৰ পিছে পিছে গ'ল।

তেওঁলোকে কেইবাদিনো বাট বুলি আছে, বৈৰাগী আগত, মানুহজন পিছত। বৈৰাগীযে মাজে সময়ে ধোষা গায়, কিন্তু কি কৰিব লাগিব কলৈ যাব লাগিব বৈৰাগীযে কোৱা নাই, মানুহজনেও সোধা নাই। তেওঁ মাথোন তললৈ মূৰ কৰি বৈৰাগীৰ সমানে খোজ দিছে, যেন খোজ কঢ়াৰ ওপৰতে নিজৰ মৰা বচা নিৰ্ভৰ কৰে। এদিন বেলি পৰোঁ পৰোঁ হৈছে, এনেতে তেওঁলোকে এখন অগাধ হাবি পালে।

বৈৰাগীয়ে হাবিৰ ভিতৰলৈ সোমাই গ'ল। অলপ আগবাঢ়ি বৰগছ এজোপা পালে, তলডোখৰ পৰিষ্কাৰ। তাতে থঙাখন পাৰি ৰহিল। মানুহজনক কলে,— "বাপ তুমি এতিয়া তুই একুৰা ধৰাব যোগাৰ কৰা।" তুই ধৰা হলুত কলে,—তুমি মোক বাবাজী বুলি মাতিবা, মই তোমাক বাপ বুলিম। এই বাখিতে মোৰ মন

এটা হেৰাইছে। নাম কৃষ্ণ। অলপ দুষ্ট। ওখ-পাখয় তোমাৰ সমানেই হব। বৰণ শ্যাম বৰ্ণ। চকুযোৰ পদুম কলিৰ দৰে, থুঁতৰি গাল পদুম গঢ়ৰ, গাত হালধীয়া চুৰিয়া, মূৰৰ কিৰীটত ম'ৰা চৰাইৰ পাখি, কাণত মকৰ কুণ্ডল, ডিঙিত বনমালা। সি মোৰে সৈতে দন্দ কৰিছে, মোক দেখা নিদিয়ে। তুমি আশাগুধীয়াকৈ মাতি থাকিলেই তোমাৰ আগত ওলাব। তুমি তাক পালেই মোৰ ওচৰলৈ ধৰি আনিবা। কৰা, তাক নেদেখি মোৰ মনত বৰ বেজাৰ।"

বাপে বাবাজীক আৰু একো নুসুধিলে। হাবিৰ মাজলৈ সোমাই গৈ চিঞৰিবলৈ ধৰিলে,—"অ কৃষ্ণ, তই কত আছ, ওলাই আহ। তোক নেদেখি বাপেৰে বৰ বেজাৰ কৰিছে।"

বিৰাম নোহোৱাকৈ এনেদৰে চিঞৰি বাপে হাবিত ঘূৰি ফুৰিছে। আন একো কথা নাই, মাথোন, —"অ' কৃষ্ণ, তই কত আছ, ওলাই আহ। তোক নেদেখি বাপেৰে বৰ বেজাৰ কৰিছে।"

কেইবাদিনো এই দৰে গ'ল। বাপে চিঞৰি ফুৰিছে। সেই একেটা ভাব। লৰাটো বিচাৰি বাপেকৰ কাষলৈ নিব লাগিব। মনত আৰু একো চিন্তা নাই। এদিন যেন দূৰৈৰ গছ এজোপাৰ তলত ছয়া-মযাকৈ খন্তেকৰ নিমিত্তে বাবাজীয়ে বৰ্ণোৱাৰ দৰে নৱ-মূৰ্ত্তি এটা দেখিলে। বাপে সেই গছ থিয়াই লৰি গ'ল। বেত-কাঁইট, হুল-জোং একো নামানিলে। গছৰ তল পাই দেখে তাত কেও নাই।

বাপে সেইদিনা বাবাজীক কথাটো কলে। বাবাজীয়ে ক'লে,—"বাপ, তুমি বিচাৰি ফুৰঁা। তুমি মাতি থাকিলে নহাকৈ নোৱাৰে।"

ছয়া-মযাকৈ বাপে বাবাজীৰ ল'ৰাটো কেইবাদিনো দেখিছে। লাহে লাহে ল'ৰাটো ওচৰকৈ দেখিবলৈ ধৰিছে। দেখিলেই খেদি যায়, কিন্তু লগ নাপায়। লাভ হয়, কাঁইট জোঙত লাগি কাপোৰ ফাটে, ভৰিত জুল লোৱায়, কাঁইটে আচুৰি শৰীৰ চিৰাচিৰ কৰে।

ইমানেও বাবাজীয়ে কৰিছে কি? গছৰ তলত জুই জ্বলাই জপত বিভোল। "হে প্ৰভু, দেখা দিয়া, মোৰ জনম সাৰ্থক কৰা।" মাজে মাজে ঘোষা গায়। কয়,—"মাধৱ গুৰুৱে কেতিয়াও মিছা নকয়, কৃষ্ণৰ সাক্ষাৎ হবই।" চকুৰ পৰা লোতক বৈ পৰে।

বাপে এদিন অটব্য অৰণ্যত কৃষ্ণক বিচাৰি চিঞৰি ফুৰিছে। দিনতে প্ৰায় আন্ধাৰ। হঠাতে লৰাটো গছ এজোপাৰ সিফালৰ পৰা ওলাই বাপৰ আগতে ঠিয় হলহি। কিবা অজানিত কাৰণত বাপৰ মনটো বৰ ভাল লাগি গল। দেখাত লৰাটো ঠিক বাবাজীয়ে বৰ্ণোৱাৰ দৰেই। লৰাটোৱে সুধিলে,—"মোক ইমানকৈ চিঞৰি ফুৰিছ কিয়?" বাপে কলে,—"অ', তয়ে হবলা কৃষ্ণ? তোক নাপাই বাপেৰে বৰ বেজাৰ কৰি থাকে। ইমান দিন লগ পোৱা নাই, বল, আজি বাপেৰৰ ওচৰলৈ বল।" লৰাটোৱে কলে,—"মই তাৰ ওচৰলৈ নাযাওঁ। সি মোতকৈ নিজক হে ভাল পায়।" বাপে কলে,—"যাবই লাগিব, নহলে চোঁচোৰাই নিম এই বুলি লৰাটোক ধৰিবলৈ বাপে হাত মেলোঁতেই লৰাটোৱে বেত কাঁইটনিৰ সৰু সুৰুঙা এটাৰ মাজেদি লৰ মাৰিলে। ধৰিবলৈ বাপে চোঁচা লৈছিল, বেত কাঁইটত লাগি পিছু ধৰিব নোৱাৰিলে। বাপ আচৰিত হল, লৰাটোৰ গাত নো কি মায়া আছে, সি কাঁইটনীৰ এনে সুৰুঙাইদি সৰকি যাব পাৰিলে।

বাপে কৃষ্ণক বিচাৰি বিভিৰাই ফুৰিছে। বাবাজী বহি থকা বৰ গছৰ পৰা অলপ দূৰতে, এদিন সন্ধ্যা লাগিবৰ হৈছে, এনেতে ডাঙৰ গছ এজোপাৰ সিফালৰ পৰা আহি কৃষ্ণ বাপৰ আগতে ঠিয় দিলে। বাপে কলে,—"আজি বল যোপাই। তোক নাপাই বাপেৰৰ চকুৰ পানীৰ ধাৰ নিচিগা হৈছে।" কৃষ্ণই কলে,—"ককা, তোমাকহে দেখোন মোক বিচাৰিবলৈ পাচিছে, নিজে নিবিচাৰে কিয়?" বাপে কলে,—বুঢ়া মানুহৰ ওপৰত ঠেহ পাত কিয়? তোৰ শোকতে নাখাই নাখাই খোজ ধৰক-বৰক হল। ওকোন নাপাতিবি যোপাই।" এইবুলি কৃষ্ণৰ হাতত খাপ মাৰি ধৰিলে। কৃষ্ণই টনা-আজোৰা নকৰিলে, মাথোন ঠোঁট-ঠোপাই কলে,—

"উঁহ উঁহ, মই নাযাওঁ, গলেও লাভ নাই। কিন্তু বাপে নেৰে, কৃষ্ণক ধৰি টানি নিলে।

বাবাজীয়ে তেতিয়া গছৰ তলত বহি যোষা গাইছে,—

"পৰম ঈশ্বৰ দেৱ কৃষ্ণক নপায় লাগ
তপ জপ যাগ যোগ দানে।
একান্ত ভক্তৰ পদ বেণু শুদ্ধচিত্তে মাথে
অভিষেক নকৰয় মানে॥"

বাপে চিঞৰি কলে,—"বাবাজী, আজি তোমাৰ লৰাটো ধৰি আনিছো। এইটো।" বাবাজীয়ে কিন্তু নেদেখিলে। কলে,—"ক'তা" বাপে কলে, —"এইটো দেখোন?" বাবাজীয়ে বুজিলে। চাঁৎ কৰে মনত পৰিল, তেতিয়াই গোৱা যোষাটোলৈ,—

"পৰম ঈশ্বৰ দেৱ কৃষ্ণক নপায় লাগ
তপ জপ যাগ যোগ দানে
একান্ত ভক্তৰ পদ বেণু শুদ্ধচিত্তে মাথে
অভিষেক নকৰয় মানে॥"

থাপ মাৰি বাপৰ বাওঁ ভৰিটো দাঙি নিজৰ শিৰত লৈ কলে,—"গুৰু, তুমি আজি মুক্ত। মোক কৃপা কৰা, গুৰু, ভগৱান কৃষ্ণক চাবলৈ মোক চকু দিয়া।"

বাবাজীয়ে বাপৰ ভৰিত হাত লগাওঁতেই বাপৰ চুক্তি হেৰাল। কোন তলকত কৃষ্ণ হাতৰ পৰা এৰাই গল, বুজিব নোৱাৰিলে। বাপে মাতিলে,—"কৃষ্ণ।"

অলপ দূৰৈত লাহে লাহে পোহৰ হৈ আহিল। পোহৰৰ সোঁ মাজত, কদম্ব গছৰ তলত,—

"পীত' বস্ত্রে শোভে অতি শ্যাম কলেৱৰ।
কমল-লোচন চাৰু অৰুণ অধৰ।"

ত্রিভঙ্গ ললিত অঙ্গ বেণু কৰতলে।
উচায়া পঞ্চম গান্ত বদন কমলে।
ৰন্ধ্র মধ্যে কোমল আঙ্গুলিচয় চালি।
ভুবন ভুলায়া ৰূপে শোভে বনমালি॥ (দশম)

বাপ আৰু বাবাজী বনমালিৰ সেই ভুবন ভুলোৱা ৰূপ দেখি তন্ময় হল, বেণুৰ জগত-মোহা পঞ্চম-সুৰত বিহ্বল হল।

এইদৰেই সৰল ঐকান্তিকতাৰ জয় হল।

(শ্রীলং মুকুল সন্তৰ সৌজন্যত)

---

ৰামকৃষ্ণ নামক সভক্তে যিটো গাৱে।
তাৰ হৰি বান্ধিয়া থুৱন্ত সৰ্ব্বভাৱে॥
ৰামকৃষ্ণ নাম যিটো সভক্তে স্মৰে।
হৰিৰ পৰম প্রিয় ভৈল সিটো নৰে।
নাম শুনিতবে মহা মহা অৰ্য্যজাতি॥

নামঘোষা

# ভক্তি তৰ্পণ

শ্ৰীমোহন নাথ।

অসীম অনন্ত কালৰ গৰ্ভত
লয় যোৱা সিও এটি যুগ।
দূৰণিৰ অতীতৰ সেই যুগতেই
পবিত্ৰ বৈদিক ধৰ্ম্ম পতনৰ ফলে,
জটিল কুটিল বহু কুসংস্কাৰ
ঘণীভূত অন্ধকাৰে ধৰণী ঢাকিলে।
ধৰ্ম্মৰ গ্লানি দেখি
সৰগৰ দেৱতা সকলে
ভাৰতৰ নানা স্থানে
এটি এটি পাৰিজাত ছটিয়াই দিলে।
নন্দনৰ অপৰূপ পাৰিজাত মালা
পতনৰ লগে লগে এই মৰতত
সৃষ্টি হল একোজন মহাপুৰুষৰ
অসীম প্ৰভাৱ হেতু যাৰ
সৃষ্টি হল ভাৰতৰ নতুন যুগৰ।
সেই যে নহয় যুগ ক্ষমতালোভীৰ
সমৰৰ জয় ডঙ্কা
অব্যাহত মৰণৰ বিজয় নিচান,
আফ্ৰিকাৰ বৰ্ণ ভেদ,
শোষিতৰ তেজাল টুপিৰে বচা
শ্বেতাঙ্গৰ বিলাস কাৰেং
সেই যে নহয় যুগ বিংশ শতাব্দীৰ।
সেই যুগ সৃষ্টি হল প্ৰেম ভকতিৰ।
ঠিক সেই ক্ষণতেই
স্বৰ্গীয় আলোক সতে
অজ্ঞান আন্ধাৰ নাশি
আবিৰ্ভাৱ হল আহি শ্ৰীমন্ত শঙ্কৰ।
যাৰ অনুপম গৰমা আজি
জুৰাই জুৰাই যোৱা,
বেদীৰ শলিতা গছি
ধূপ-দীপ জলি জলি যোৱা অৱশেষ,
নৈবেদ্য শৰাই হাতে
পুত-পুষ্প ষোড়শোপচাৰে
জীৰ্ণ শীৰ্ণ দেৱতাক
নতুন সাজেৰে দিলে সুন্দৰৰ বেশ
সত্য, সাম্য, দয়া, ক্ষমা,
সকলোটি শ্ৰেষ্ঠ গুণ লৈ
শ্ৰীমন্ত শঙ্কৰ সেই গুণৰ আধাৰ
সৃজন কৰিলে এক প্ৰেম পাৰাবাৰ
দুকূল উপচি পৰা
সুবিশাল উৰ্ম্মিমালা যাৰ
প্ৰচণ্ড বেগেৰে আহি
উটুৱাই লৈ গল
শতিকাৰ পুঞ্জীভূত আবৰ্জ্জনা ৰাশি।
জনমৰ ধৰ্ম্ম জগতত
হৰি নাম কীৰ্ত্তনৰ
বৰগীত ভাওনাৰ
ভকতি তৰঙ্গিমা গাই
মানৱৰ অন্তৰৰ নিভৃত কোণত
জগাই তুলিলে এক সুৰৰ ঝঙ্কাৰ।
শঙ্কৰক গুৰু ভজি সকলোৱে আহি
শিক্ষা দীক্ষা জ্ঞান লৈ
জনমৰ প্ৰাহাৰে ভৈৰাবে
অস্পৃশ্যতা অনাচাৰ ভৰিৰে মোহাৰি
ঐক্যবদ্ধ জনমৰ কৰিলে ৰচনা।
সেই মহাপুৰুষেই
অসমীয়া সাহিত্যত
কি এক মহান গঢ়িলে

কৰিলে ৰচনা বহু অমূল্য গ্ৰন্থৰ—
ত্যাগীয়ে বিচাৰি পায় ত্যাগৰ মহিমা
প্ৰেমিকৰ প্ৰেমৰ আদৰ্শ
বৈৰাগীয়ে ভাৱ বৈৰাগ্যৰ
তেওঁৰেই অৱদান ধৰ্ম্মৰ পুথিত।
অসমীয়া সাহিত্যৰ গুৰি গছ ৰুপি
গৌৰৱ মণ্ডিত কৰি
দেখুৱালে জগতত ভাষাৰ উচ্চতা।
অসমীয়া সামাজিক সকলো ক্ষেত্ৰতে
পথ প্ৰদৰ্শক হৈ
জ্ঞান সুধা বিতৰণ কৰি
চিৰকাল হৈ বল নৱজ্যোতিমান
অসীম উজ্বল সউ নীল আকাশত।
কিন্তু হায়!
নিয়তিৰ ক্ৰুৰ পৰিহাস
জগতে পাহৰি যায়—
সিজনাৰ গৰিমাৰ যশ।

শঙ্কৰদেৱৰ আজি ত্যাগৰ বেদীত
ধৰ্ম্মৰ পোহাৰ মেলি ধৰ্ম্মান্ধ সকলে,
পাহাৰে ভৈয়ামে থকা
আমাৰেই বুকুৰ মণ্ডহবোৰ
আজিও যে পৰ কৰি থলে।
মহাপুৰুষৰে লৈ আজি
অমৰত্ব দান কৰা সৃজনী প্ৰতিভা,
অনিৰ্ব্বেয় প্ৰদীপৰ আলোক সাৱধি কৰি
জাগা কবি, জাগা শিল্পী,
জাগাহে ক্ষুধিত আজি জাগাহে দলিত
লুপ্তকৰা পৃথিৱীৰ নীচ প্ৰহেলিকা।
হে গুৰু শঙ্কৰ,
তুমি বুদ্ধ, তুমি গান্ধী,
তুমি সত্য, শিব, সুন্দৰৰ স্বৰূপ প্ৰধান,
তোমাৰেই স্মৰণত
পৱিত্ৰ আত্মাৰ প্ৰতি
নিবেদিলোঁ হৃদয়ৰ ভক্তিৰ তৰ্পণ।

---

পঞ্চম মহাপাপী যিটো জন।
তাৰো প্ৰায়শ্চিত্ত হৰি কীৰ্ত্তন॥
কুকুৰ খায় হেন ম্লেচ্ছগনে।
সিয়ো শুদ্ধ হয় হৰি কীৰ্ত্তনে॥
চণ্ডালো হৰি নামলয়ে মাত্ৰ।
কৰিবে উচিত যজ্ঞৰ পাত্ৰ।

# শ্ৰীমন্ত শঙ্কৰ লীলা প্ৰসঙ্গ

শ্ৰীমহাদেৱ শৰ্ম্মা ।

শ্ৰীমন্ত শঙ্কৰদেৱৰ লীলা কথা সদায় নতুন। যিমান বাৰ শুনিলে বেয়া নালাগে, সিমান বাৰ কৰলৈকো আমনি নালাগে। এই লীলা কথাত কিবা এটা আছে। সেইটো কি? মৰণ বিজয় বাতৰি—অমৃতৰ সন্ধান? "শঙ্কৰদেৱৰ লীলা কথা অমৃত সমান। ভকত সকলে ভণে, শুনে পুণ্যবান।" যি ভনে তেওঁ ভক্ত—শুনাৰ পুণ্য লাভ হয়। কেনেকৈ? ইয়াৰ গুপুত কথা কি?

তেওঁৰ জীৱন কথা বা লীলা অসাধাৰণ। সেই কাৰণে তেখেত অকল পুৰুষ নহয়—মহাপুৰুষ—পুৰুষ-শ্ৰেষ্ঠ। কাৰণ তেওঁ সকলোৰে হব পাৰিলে, এই স্বাৰ্থান্ধ জগতত। সকলোৰে কাৰণে হব পাৰিলে—ইহ-পৰ-লোকৰ বাটত—চক্ষুষ্মান্ আমি তেওঁৰ যহত। আগেয়ে কণা বা অন্ধ আছিলোনে কি? বৰ আউলত সোমাই কক্‌বকাই ফুৰিছিলোঁ—আঁত ধৰা টান আছিল—আমাক আঁত ধৰি আউল ভাঙ্গি আগুৱাই যাবৰ, সোৱাদ লবৰ উপায় দেখুৱাই দিলে। গতিকে কণা নহলেও চকু থাকি কণা হৈছিলো—সিও সৃষ্টিৰে এটা ৰূপ। হিন্দুমতে সৃষ্টি অনাদি অনন্ত শক্তিৰ স্ফুৰণ হৈও সীমাবদ্ধ সৃষ্টি প্ৰকাশত।

যাৰ আদি অন্ত নাই সি আকৌ সীমাবান কেনেকৈ হয়? অনাদি জগতত প্ৰলয়ৰ পিচত আকৌ সৃষ্টিৰ স্ফুৰণ? বুজিবলৈ টান লাগে।

অনাদি অনন্ত শক্তিমান ভগবানৰ আবিৰ্ভাৱ হয় নৰৰূপে বিশ্বাস কৰা টান। আমি হয় দিয়াৰ দৰিয়াকৈ বিশ্বাস কৰিছো বুলি মনে মনে থাকো—আচলতে প্ৰত্যয় আবাৰ নাই।

নতুবা তেওঁক আপোন কৰিব পৰা নাই কিয়? সেই দুৰ্দ্দিন-দুৰ্ব্বি-ভাৰ দৃঢ় নিশ্চয়াত্মিকা বুদ্ধি কত? মহাপুৰুষত নিশ্চয়াত্মিকা বুদ্ধি, সাধনাৰ ধন। গীতাত আছে—

বহূনাং জন্মনামন্তে জ্ঞানবান্ মাং প্ৰপদ্যতে
বাসুদেৱঃ সৰ্ব্বমিতি স মহাত্মা সুদুৰ্লভঃ ॥

জ্ঞানীলোক সকল মোৰ প্ৰিয়। কাৰণ বহু জন্মৰ সাধনাৰ ফলত শেষ জন্মতহে সকলো জীৱ-জগৎ বাসুদেৱেই (ব্ৰহ্ম) বুলি জানি তেওঁ মোক অতিশয় প্ৰেমাস্পদ ৰূপে ভজনা কৰে। তেনে মহাপুৰুষৰ অতিশয় দুৰ্লভ। আন এঠাইত কৈছে:—

মনুষ্যানাং সহস্ৰেষু কশ্চিদ্ যততি সিদ্ধয়ে।
যততামপি সিদ্ধানাং কশ্চিন্মাং বেত্তি তত্ত্বতঃ ॥

হাজাৰ হাজাৰ মানুহৰ ভিতৰত কাচিৎ ক'ৰবাত এজনেহে আত্মজ্ঞান লাভৰ কাৰণে প্ৰযত্ন কৰে। আৰু তেনে যত্নশীল মুমুক্ষু লোক সকলৰ ভিতৰতো কাচিৎ কোনোবা এজনেহে মোক স্বৰূপত জানিব পাৰে; যেহেতু ব্ৰহ্মজ্ঞান অতিশয় দুৰ্লভ।

ভগবানৰ অৱতাৰৰ কথাত আন এঠাইত কৈছে—

জন্ম কৰ্ম্ম চ মে দিব্যমেবং যে বেত্তি তত্ত্বতঃ।
ত্যক্ত্বা দেহং পুনৰ্জ্জন্ম নৈতি মামেতি সোঽৰ্জ্জুন ॥

হে অৰ্জ্জুন, যি মোৰ এনে অলৌকিক (দিব্য) মায়াৰূপ (অৰ্থাৎ অৱতাৰ হওঁ মায়া মনুষ্যৰূপে) জন্ম আৰু সাধুসকলৰ পৰিত্ৰাণাদি অপ্ৰাকৃত (যি কাম সৰ্ব্বসাধাৰণ মানুহে কৰিব নোৱাৰে) কৰ্ম্মৰ বিষয়ে তত্ত্বতঃ জানে, তেওঁ মোকেই লাভ কৰে; দেহান্ত হলে পুনৰ জন্ম লবৰ আৱশ্যক নকৰে।

মহাপুৰুষসকলৰ জন্ম আৰু কৰ্ম্ম দিব্য অৰ্থাৎ অলৌকিক। সাধাৰণ জ্ঞানেৰে চুকি নোপোৱা ঘটনাৰ আদি অলৌকিক কাৰ্য্য যোগেঁ। তেনে ঘটনাৰ সকলো মহাপুৰুষৰে জন্ম সম্বন্ধে বৰ্ণনা পোৱা যায়।

কৰ্ম্ম বিষয়তো অলৌকিকতা নানা ধৰণৰ দেখা যায়—এনে কি মৰা মানুহো জীয়াব পৰা শক্তিৰ উল্লেখো বহুত আছে। কৰ্ম্ম-কালৰ অলৌকিক দুই এটি ঘটনাৰ কথা এই প্ৰবন্ধৰ যথাস্থানত সন্নিবেশ কৰা যাব। পোনতে জন্মৰ কথা কোৱা হওক।

কথা গুৰুচৰিতত, ১৩৭১ শকত গুৰু অৱতাৰ শীৰ্ষক কথাত আছে:—

কাতি মাহৰ সংক্ৰান্তি, বৃহস্পতিবাৰ, পূৰ্ণিমা তিথি, শ্ৰৱণা নক্ষত্ৰ, মাজনিশা ৰাতি "জ্যোতিষৰ তেৰ শ একসত্তৰি শকত শ্ৰীশ্ৰীমন্ত ভক্তৰ তিনি নিৰ্ব্বন্ধৰ কল্প-বৃক্ষ আয়া মহাপুৰুষ গুৰু অৱতাৰ।" নাৰদী, পাতালী আৰু বৈকুণ্ঠী তিনিও সম্প্ৰদায় গোটাই এক কৰিলে। তিনি হাচি মাৰিলে। তিনি হামি তুলিলে (অৰ্থ) স্বৰ্গ, মৰ্ত্ত্য, পাতালৰ সেৱক জীৱ আনিছে, অসম কামৰূপ, বেহাৰত তিনিও ৰাজ্যত ভক্তি প্ৰচাৰি তাৰিব। তিনি কাহ মাৰিলে, গুণা, নিৰ্গুণা, ভাগৱতী অন্তৰঙ্গা, গুৰু, দেউ. নাম গোটাই কেৱল এক শৰণ খীৰ, লৱনু, দুগ্ধ মথি ঘৃতকৈ সেৱক দি তাৰিলে। নব বৈকুণ্ঠৰ পৰা স্বৰ্ণ ভৃঙ্গাৰে স্নান কৰালেহি" ইত্যাদি—

যথাকালত জ্যোতিষী গৰ্গদেৱে গণি চাই দেখে, "পূৰ্ণ শক্তিধৰ ভগৱন্ত অৱতাৰ। পিতাৰক কুসুম্বৰক কলে, 'তোমাৰ পুত্ৰ ঈশ্বৰ শক্তি। যত্নে শ্ৰদ্ধা কৰা। আন্ত হন্তে বহু জীৱ নিস্তাৰ হব, তোমাৰো কুশল—সাৱধানে পালি ৰাখা। নাম থলে কোষ্ঠীমতে গঙ্গাধৰ, পিতৃদত্ত নাম শঙ্কৰ, বংশৰ লোকে বোলে ডেকাগিৰি আৰু ভক্তসকলে, আতা, বাপ, মহাপুৰুষ, আতৈ, হৰি, গোপীনাথ কিঙ্কৰ এই দশ নাম।

ইয়াৰ পিচত বৰ্ণনা আছে "শঙ্কৰদেৱৰ ঐশ্বৰিক লক্ষণ" শীৰ্ষক কথা—এইবিলাকক আমি অলৌকিক আখ্যা দিওঁ আৰু ইয়াকে ভকতসকলে বোলে ঈশ্বৰৰ অনন্ত মহিমা।

গুৰু চৰিত মতে জন্ম হৱৰ দুদিনৰ পৰাই তেওঁৰ মহিমা প্ৰকাশ পাইছিল যেনে—স্বৰ্গে কথা ধৰা, আকাশ কোলাত লৈ পিয়াহ দিওঁতে ইমান গধুৰ পালে যে বিছনাত শুৱাবলৈ বাধ্য হল (শাস্ত্ৰমতে বিশ্বম্ভৰ মূৰ্ত্তি), বুঢ়ীমাক খেৰসূতি আয়ে কোলাত লওঁতে দিব্যজ্যোতি দেখি আচৰিত হোৱা, মাতৃদেৱীয়ে পিয়াহ দিওঁতে মুখৰ ভিতৰত বিশ্বব্ৰহ্মাণ্ড দেখা পোৱা, চোৰ সোমাই বস্তু নিব নোৱাৰি থপ্‌-জপাই থাকোঁতে পুৱা হোৱাত ধৰা পৰা, চতি ভাগি ঘৰৰ চালবোৰ গাত নপৰি এমুখনৰ আঁতৰত পৰি ৰক্ষা পৰা ইত্যাদি। বহুতৰ মতে এনে অলৌকিক কাৰ্য্যৰ বা ঈশ্বৰ মহিমাৰ কথাবোৰ নাথাকিলে সাধাৰণ মানুহে সাধাৰণ জ্ঞানেৰে ঈশ্বৰৰ অৱতাৰত্বৰ কথা বুজিব নোৱাৰে।

আমি মহাপুৰুষৰ পাণ্ডিত্যৰ কথা কওঁ কিন্তু সেই পাণ্ডিত্যৰ গভীৰতা কিমান বুজিব নোৱাৰোঁ। আমাৰ কথাত কয় "সাপেহে সাপৰ ঠেং দেখে"—নিজৰ অলপো জ্ঞান নহলে জ্ঞানী লোকক জানিম কেনেকৈ? সেই কাৰণে গুৰুচৰিতত এটা বিস্তৃত বিৱৰণ দিয়া আছে। অৱগতিৰ কাৰণে ইয়াত হুবহু তুলি দিয়া হল। শিৰোনামাত আছে অধ্যয়নৰ বিস্তৃতি—"এইমতে পঢ়িছে। সাম, ঋক্, অথৰ্ব্ব, যজুৰ, ভৃবেদ, চৌদ্ধ শাস্ত্ৰ, শিক্ষা, কল্প, জ্যোতিষ, ৰীতি, নীতি, নিৰুক্ত, ছন্দ, শ্ৰুতি, স্মৃতি, মীমাংসা তৰ্ক, কলাপ, ভৃক,ন্যায় এই চৌদ্ধ শাস্ত্ৰ অষ্টাদশ পুৰাণ—শিৱ, মৎস্য, বৈষ্ণৱ পুৰাণ, স্কন্দ, কূৰ্ম্ম, গৰুড়, মাৰ্কণ্ডেয়, ভাগৱত, বামণ, বাৰাহ, লিঙ্গ, ভবিষ্যৎ, ব্ৰহ্মাণ্ড, বৈৱৰ্ত্ত, বৃহৎ, নাৰদী, ব্ৰাহ্ম, পদ্ম ॥ অষ্টাদশ ভাৰত (মহাভাৰত) সংহিতা—সূত, ব্যাস, গৌতমী, নাৰদী, অগস্তী, বশিষ্ট, মাৰ্কণ্ডেয়, ব্ৰহ্ম, ভৃগি (ভৃগু), পৰাশৰ, বিশ্বামিত্ৰ, ভৰদ্বাজ, দুৰ্ব্বাসা, বৈশম্পায়ন, কপিল, অঙ্গিৰস লৌৰি এই অষ্টাদশ। চৌধ ব্যাকৰণ—পাণিনি, কলাপ, পঞ্জিকা, [illegible], মুগ্ধবোধ (মুগ্ধ), জাবালুপ, পদ্ম [illegible], [illegible], প্ৰশ্নবোধ, প্ৰাকৃত, সন্ধি, বৃত্তি, বৃত্তি [illegible] ॥ [illegible] তন্ত্ৰ। অষ্টাদশ কাব্য—মাঘ, [illegible], [illegible], [illegible], [illegible], [illegible], [illegible], [illegible], [illegible], [illegible], [illegible], [illegible], [illegible],

মুগ্ধাষ্টক, বিদ্যাবিদুষী, শান্তিশতক এই আঠাৰ কাব্য। দণ্ডি, প্ৰবোধচন্দ্ৰ, আনন্দ লহৰি, শৃঙ্গাৰ তিলক, শ্ৰুতবোধ, ঋতুমঞ্জৰি, হাস্যাৰ্ণব, কবিৰত্ন, অমৰ, হাৰাৱলি, মেদিনী, শব্দৰত্ন, কল্প, পঞ্জিকা, শব্দজ্ঞান, প্ৰশ্নবোধ, শ্ৰুতবোধ, শ্ৰুতিবোধ এই আঠাৰ কোষ। অমৰ, চাণক্য আনো শাস্ত্ৰ সবাকো পঢ়ায় গুৰু কন্দলীয়ে বোলে, যিখিনি জানো পঢ়ালোঁ একা ; নাইও আৰ। আনে আনে শত বৰ্ষ পঢ়িও নপাৰে একা। মই কাৰণেহে। "আপুনি নিৰ্ম্মিলা শাস্ত্ৰ। তাকো পঢ়া হুয়া ছাত্ৰ।। এই বুলি বিদায় দিলে। এক বৰ্ষ পঢ়ি আছিল। পাচ-দিনা আইএ গুৰুক অনাই ভোজন কৰাই দক্ষিণাদি পঠালে।" শঙ্কৰদেৱৰ শিক্ষা গুৰুৰ শেষৰ কথা ফাকি প্ৰণিধানযোগ্য। ইমান কম সময়ত আগেয়ে কোনেও ইমানখিনি বিদ্যা অধিত কৰিব পৰা নাই। চাৰিবেদ, চৈধ্যশাস্ত্ৰ, অষ্টাদশ পুৰাণ, অষ্টাদশ সংহিতা, চৌধ ব্যাকৰণ, অষ্টাদশ কাব্য, অষ্টাদশ কোষ (অভিধান) তদুপৰি অমৰ, চাণক্যৰ অৰ্থশাস্ত্ৰ লগতে অষ্টাদশ তন্ত্ৰ—চৈধ্য শাস্ত্ৰৰ উপৰিও তন্ত্ৰশাস্ত্ৰ পঢ়ি তাৰ পৰাও বিদ্যালাভ কৰিছিল। এই গুৰুচৰিত মতে দেখা যায় যে মহাপুৰুষে গুৰু গৃহৰ পৰা আহি শাস্ত্ৰ বিহিত যোগ সাধন কৰিছিল। সেই সাধন ক্ষেত্ৰৰ গুৰুৰ নাম উল্লেখ নাই। কিন্তু সেই সাধনত কিমানলৈ কৃতকাৰ্য্য হৈছিল উল্লেখ আছে- "পানীত এবাৰ বুৰ দি থাকে কিন্তু কাপোৰ নিতিতে। স্বৰ্গীয় বেজবৰুৱা দেৱৰ "শঙ্কৰ দেৱত" (জীৱন চৰিত) আছে কোচবিহাৰত ৰজাৰ গুৰু হবলৈ অস্বীকাৰ কৰি অনন্যোপায় হৈ যোগাসনত বহি ইচ্ছা মৃত্যু বৰণ কৰে। ইয়াৰ দ্বাৰা এইটো সহজে বুজিব পাৰি যে তেখেত গীতাত কোৱা মতে প্ৰকৃত "যোগী" আছিল। সেই মতে তপোনিষ্ঠ, শাস্ত্ৰজ্ঞ পণ্ডিত আৰু যজ্ঞাদি কৰ্ম্মপৰায়ণ, কৰ্ম্মকুশল লোক সকলতকৈও যোগী শ্ৰেষ্ঠ। তাত আছে—

তপস্বিভ্যোঽধিকো যোগী জ্ঞানিভ্যোঽপি মতোঽধিকঃ।
কৰ্ম্মিভ্যশ্চাধিকো যোগী তস্মাদ্ যোগী ভবাৰ্জ্জুন।।

তপোনিষ্ঠ পুৰুষসকলতকৈ যোগী শ্ৰেষ্ঠ। শাস্ত্ৰজ্ঞ পণ্ডিত বা যজ্ঞোপৰায়ণ কৰ্ম্মীসকলতকৈও যোগী শ্ৰেষ্ঠ। এতেকে হে অৰ্জ্জুন, তুমি যোগী হোৱা।

ভগবানৰ এই নিৰ্দ্দেশ যেন শ্ৰীমন্ত শঙ্কৰদেৱে আখৰে আখৰে পালন কৰি একাধাৰে শাস্ত্ৰজ্ঞ পণ্ডিত, যজ্ঞকুশল কৰ্ম্মীৰ দৰে ধৰ্ম্মৰ স্বৰূপ ব্যাখ্যা প্ৰচাৰ নামধৰ্ম্ম একশৰণ ভাগৱতী ধৰ্ম্ম প্ৰচাৰক হৈও প্ৰকৃত যোগী আছিল। শ্ৰীমন্ত শঙ্কৰৰ এই যোগী ৰূপৰ প্ৰতি আমাৰ দৃষ্টি নিবদ্ধ হব লাগে।

+ + +

উঠন্তে, বসন্তে, খাৱন্তে, শোৱন্তে সদায় কৃষ্ণনামৰ লগত যোগ ৰাখি শ্ৰীমন্ত শঙ্কৰ যোগী—সেয়ে জ্ঞান, সেয়ে ধ্যান—তাতে ৰতি ; বিৰকতি সংসাৰ সুখত। কিন্তু গৃহী-গৃহস্থাশ্ৰমী, এনে কি লগৰীয়া সকলৰ ভকতৰ বান্ধ এৰাব নোৱাৰি ৫৪ বছৰ বয়সত দ্বিতীয় বিবাহ কৰালে। কিন্তু তেখেতৰ বিবাহ বন্ধ হেতু নহল—ধৰ্ম্মৰ সহায়ক হ'ল। পিচৰ কাৰ্য্যই প্ৰমাণ দিলে। গৃহী হৈও অনেক শাস্ত্ৰ ৰস, তত্ত্ব লৈ, হৰিকীৰ্ত্তন কৰি কৃষ্ণকথা চৰ্চ্চা খাই কাম হল।.... তেতিয়ালৈকে বহুতো ভকত—বৈষ্ণৱ জন তথা আতা দুই এজনো আহি এই মহাপুৰুষৰ সঙ্গী হৈছে। এতিয়া ধৰ্ম্ম চৰ্চ্চা আৰু হৰিকথা শ্ৰৱন কীৰ্ত্তনৰ কাৰণে নিজ গৃহত অসুবিধাবোধ কৰিলে ভকতসকলে। যুগুতি কৰি আলি পুখুৰীৰ গণকজানৰ ওচৰৰ কুসুমদেৱৰ সৰিয়হ তলিত ঠাই চাই তাতে পোণতে কীৰ্ত্তনঘৰ সজা স্থিৰ কৰে। ঘৰৰ ভেটি বান্ধিবলৈ চাব মাৰোঁতেই বাসুদেৱ মূৰ্ত্তি ওলাইছে। সমস্ত শাস্ত্ৰ ক্ষীৰ সাগৰ মথি অমৃত উদ্ধাৰ কৰি চাৰি বস্তু থাপনা কৰিলে। পানীৰ অসুবিধা দূৰ কৰিবলৈ—"মহাপুৰুষ গুৰু দুপৰ নিশা গৈ বৃদ্ধাঙ্গুষ্ঠে ধেনু-কাড় কৰি উৰ্দ্ধহস্তকৈ গোহাৰি মাৰিলে ; গিৰ্ গিৰ্ শব্দে আকাশী গঙ্গা নামিলহি—পূৰ্ব্বৰো নিমিত।" পুৱা ভকতসকলে ৰকৰা বাৰীত জল থল হোৱা দেখি আচৰিত হৈ গুৰুজনক জনোৱাত কলে—— "ঈশ্বৰে কৃপাকে তোমাসকলক নাম জল দান কৰিছে।" সেই সময়তে গড়ুৰ পুৰাণৰ পৰা 'ভক্তি

প্ৰদীপ' আৰু হৰিবংশৰ পৰা ৰুক্মিণীহৰণ নাট লিখাৰ পিচত দ্বাদশ স্কন্ধ ভাগৱত পাঠৰ ইচ্ছা হ'ল।

এই অৱসৰতে মহাপ্ৰভু জগন্নাথৰ স্বপ্নাদেশ পাই পাছিমৰ পৰা ভাগৱতাচাৰ্য্য জগদীশ মিশ্ৰ আহিছে। এওঁ মহাপণ্ডিত, গোটেই দ্বাদশস্কন্ধ ভাগৱতেই কণ্ঠস্থ। জগন্নাথ মহাপ্ৰভুক সেই ভাগৱত শুনাবলৈ গৈ পুৰীধামত শুই থাকোঁতে স্বপ্ন দেখিলে। জগন্নাথ সপোনতে সাক্ষাত হৈ সোধাত কলে, আপোনাক ভাগৱত শুনাবলৈ আহিছোঁ। মহাপ্ৰভুৱে কলে, "মই অন্তৰে চৈতন, লোক দেখাই জৰ ভাবে আছোঁ। দোষণ সিদ্ধান্ত কেনেকৈ দিম ? মই অ'ত কলাহে পূৰ্ণ শঙ্কৰ ততহে। ত'ত কলেহে আমিও পাওঁ, শঙ্কৰেও পায়। মাতা (মাতিৰ পৰা) জগন্নাথ তাৰাহে। তেওঁৰ ওচৰলৈ পূব দেশলৈ বোৱাকে গাওঁখনৰ নাম-'ব' আদি আখৰ।

এই স্বপ্ন লাভৰ পিচত ছমাহ খোজ কাঢ়ি নানা ঠাইত খবৰ কৰি আহি বাঁৰবাম আতাৰ ঘৰ পালে। তাৰ পৰাই গুৰুজনাৰ ওচৰলৈ গল। সজ বাৰ তিথি চাই এবছৰ ভাগৱত পঢ়ালে বা শুনালে। পঢ়োৱাও শেষ হল, বিপ্ৰও স্বৰ্গী হ'ল।

এইদৰেই শ্ৰীমন্ত শঙ্কৰে ভাগৱতৰ পৰা প্ৰধান বস্তু লাভ কৰি ভাগৱতী ধৰ্ম্ম স্থাপন কৰিলে। ধৰ্ম্মৰ গ্লানি দূৰ কৰা হিচাবে শ্ৰীমন্ত শঙ্কৰবো আন আন মহাপুৰুষৰ দৰে লীলা সঙ্গী আছিল। সেই সঙ্গীসকলৰ ভিতৰত প্ৰধান অন্তৰঙ্গ ভক্ত (আতা) শ্ৰীমাধৱদেৱ। বহুতো ভকতৰ ভিতৰত মুখ্য আতা ন জন। সিবিলাকৰ নাম হল—ঠাকুৰ আতা, শ্ৰীৰাম আতা, ভবানীপুৰ আতা, গোপাল আতা, ভাটোকুচীয়া আতা, মথুৰা দাস আতা, বদুলা আতা, হৰিহৰ আতা আৰু মুকুন্দ আতা। ইবিলাক সকলোৱে মধুৰ আৰু আচৰিত কাৰ্য্যৰে ভৰা জীৱন-কথা, কথা গুৰু চৰিতত পোৱা যায়। ইবিলাকৰ সহায়তহে শ্ৰীমন্ত শঙ্কৰে ভাগৱতী ধৰ্ম্ম প্ৰচাৰ কৰি তাৰ প্ৰভাৱত দেশত প্ৰকৃত ধৰ্ম্ম বস্তু স্থাপন কৰিব পাৰিছিল।

এই ন জনা আতাৰ চৰিত কথা আলচ কৰি সহজ ভাষাৰে প্ৰকাশ কৰা অতিশয় প্ৰয়োজনীয় কাম। ঈশ্বৰতকৈ ভকতহে ডাঙৰ। এই কথা বহুত ঠাইত বহুত কথাত প্ৰকাশিত হৈছে। ঠাকুৰ আতা, মধাই আতৈ আদি ভকতসকলৰ এদিন খৰিয়াল লাগিল—ভকতদ্ৰোহীৰ গতি কি ? নিজৰ ভিতৰত মীমাংসা কৰিব নোৱাৰি গুৰুজনাক সোধাত কলে—"কৃষ্ণ অৱতাৰত মাথোন বেষ কৰিও গতি পোৱাৰ কথা বৰ্ণোৱা আছে যেনে, কংস, দণ্ডবক্ৰ, শিশুপাল আদি। সেই কৃষ্ণদেৱেই কৈছে—মোৰ দ্ৰোহী ভৈলে তাক ৰাখিব ভকতে। ভকত দ্ৰোহীৰ মই নুহিকো শকতে।" গুৰুত লাগিলে ভক্তত বৰ—ভক্তত লাগিলে অধঃপাতে যাব।

ভক্ত আৰু ভগবানৰ যি লীলা সি অতি মধুৰ, শিক্ষাপ্ৰদ, কল্যাণপ্ৰদ। সেই লীলা কথাই আমাক দৈৱী সম্পদ লাভলৈ আকাঙ্ক্ষা বৰ্দ্ধিত কৰক।

শ্ৰীমন্ত শঙ্কৰৰ জীৱনৰ আদি ছোৱাৰ কথাৰেই তেখেতৰ লীলা প্ৰসঙ্গৰ কিছু মাথোন আভাস পাবলৈ চেষ্টা কৰা হল।

> সত্য যুগে ধ্যান, ত্ৰেতা যুগে যজ্ঞ,
> দ্বাপৰ যুগত পূজা।
> কলিত হৰিৰ কীৰ্ত্তন বিনাই
> আৰৰ নাহিকে পূজা॥

# উপেক্ষিতা যশোধৰা

"আলধৰা"

কাব্যত উপেক্ষিতা বুলিলে ত্ৰেতাযুগৰ উৰ্ম্মিলালৈ মনত পৰে, কিন্তু আৰু এগৰাকী নাৰীৰ—নাম যশোধৰা—যিজনাৰ স্বামীক ভূলোকৰ এক তৃতীয়াংশই 'লোকনাথ' বুলি স্মৰণ কৰে, যিজনাৰ স্বামীক উদ্দেশি "শৰণং গচ্ছামি" বুলি প্ৰাৰ্থনা জনায়, যিজনাৰ স্বামীক বেদপন্থী বিলাকেও অৱতাৰ বুলি স্বীকাৰ কৰি গৈছে—সেইজনা যশোধৰাকো বুদ্ধদেৱৰ কাহিনীত উপেক্ষিতা বোলা হয়।

কাহিনী বোলা হৈছে কাৰণ গৌতম বুদ্ধৰ জীৱনী বুলি যিখিনি পাওঁ তাৰ কিমানখিনি ইতিহাস আৰু কিমানখিনি ইতিহাস নহয়—নিৰ্ণয় কৰা টান। পৰবৰ্ত্তী কালৰ ভক্তপৰম্পৰাৰ কল্পনাৰ পাকত পৰা আৰু উদ্দাম উচ্ছ্বাসেৰে ভৰা কাহিনী বিলাকৰ তলত পৰি আচল ইতিহাস ক'ত যে লুকাই আছেগৈ—মনীষীসকলৰ বহু গৱেষণাতো সেই ইতিহাসক উদ্ধাৰ কৰা সম্ভৱ হোৱা নাই। সেই কাৰণে যি গৰাকী নাৰীয়ে যৌৱনৰ সকলো কামনা আৰু সুখৰ সপোন লৈ এদিন ৰাজ-কোৰঁৰ গৌতমৰ কাষত থিয় দিছিলহি—সেই গৰাকী নাৰীৰ ইতিহাস উদ্ধাৰ কৰা কিমান টান সহজে বুজিব পাৰি।

বিজ্ঞান সম্মত ইতিহাসে আজি এই গৰাকী নাৰীৰ আচল নামটো নো কি তাকে নাজানে, "পালি ত্ৰিপিটকৰ" এঠাইত তেখেতৰ উল্লেখ আছে—এই উল্লেখতো যশোধৰাৰ পৰিচয় নিদিয়ে, স্বামীৰো পৰিচয় নিদিয়ে, পৰিচয় দিয়ে "ৰাহুল-জননী" বুলি।

সংঘৰ প্ৰাচীন আচাৰ্য্যসকলে যি নাম নাজানিছিল, অথবা জানিও জনাবৰ প্ৰয়োজন নেদেখিছিল—বৌদ্ধসাহিত্যত তেখেতৰ কেইটাও নাম আছে যেনে ভদ্দকচ্চা বা ভদ্দকচ্চানা (ভদ্ৰকাঞ্চনা) সুভদ্দক (সুভদ্ৰকা), বিম্বা, বিম্বাসুন্দৰী, গোপা, যশোধৰা; এনে হব পাৰে এইবিলাক কোনোটোৱেই তেখেতৰ প্ৰকৃত নাম নহয়। কিন্তু What is in a name ধৰা হওক তেখেতৰ যশোধৰা নামকে।

গৌতমক প্ৰসৱ কৰিয়েই সাতদিনৰ পাচত গৌতমৰ জননী মায়াদেৱীৰ দেহান্তৰ ঘটে। মায়াদেৱীৰ ভনীয়েক আৰু পাচত সতিনীয়েকে মাতৃ-হাৰা শিশুটিক মাকৰ দৰেই ডাঙৰ-দীঘল কৰিবলৈ ধৰে।

দিন যাব ধৰে, ১৬ বছৰৰ পাচত ৰজা শুদ্ধোধনে তেখেতৰ শাক্য-জ্ঞাতিবৰ্গলৈ দূত পঠিয়ালে—পুতেকৰ কাৰণে বোৱাৰী বিচাৰি।

কিন্তু গিয়াতি হলেই বা কি হল—জাতি হিচাপে শাক্যবিলাক আছিল বৰ গৰ্ব্বী। তেওঁবিলাক সম্মত নহল, ছোৱালী তেওঁবিলাকে নিদিয়ে। শুদ্ধোধনৰ লৰা গৌতমৰ ৰূপ আছে সঁচা, কিন্তু বিদ্যা? বিশেষকৈ ধনুৰ্ব্বিদ্যা বা অইন কোনো পুৰুষোচিত ক্ৰীড়াত গৌতমৰ কোনো নৈপুণ্যতা দেখুৱাব পৰা নাছিল। বিয়া কৰি নিজৰ স্ত্ৰীক ৰক্ষা কৰিব নোৱাৰিব বুলি ছোৱালী গৌতমক দিবলৈ ইচ্ছা নকৰিছিল।

কথাষাৰ গৌতমৰ কাণত পৰিলহি। ধনু-বিদ্যা বা অইন কোনো পুৰুষোচিত খেল-ধেমালিতো নিজৰ পাৰ্গতভা নাই কথাষাৰ সঁচা; কিন্তু অভ্যাস কৰিলগতে একাগ্ৰতা, আন্তৰিকতা থাকিলে কিয় নোৱাৰিব। সাধনা চলিল, তাৰ পাচত এক বিৰাট জন সভা সকলোকে বিশেষকৈ শাক্যবিলাকক আহ্বান কৰি সকলোৰে আগত গৌতমে ধনুৰ্ব্বিদ্যা আদি নানা কৌশলৰ পৰিচয় দিলে, শাক্যসকলে বিস্ময় মানিলে পালে। তেতিয়া প্ৰতিজনাই উপযাচি নিজ নিজ

যাচিবলৈ ধৰিলে। কন্যাসকলৰ সংখ্যা হেনো হ'ল ৪০ চল্লিশ হাজাৰ। গৌতমৰ একাধিক পত্নী আছিল নে নাই, অনুমান কৰা টান হলেও প্ৰধানাৰ ঠাই যি গৰাকীয়ে অধিকাৰ কৰিলে তেওঁকে আমি যশোধৰা নামেৰে ধৰিছো।

তাৰ পাচত আৰু ১৩ বছৰ অৰ্থাৎ ১৩ বছৰ ধৰি যশোধৰাই স্বামীৰ ঘৰ কৰিলে। স্বামীৰ সুন্দৰ সুঠাম তনু, তেজোদীপ্ত চকুযুৰি যশোধৰাৰ চাই চাই হেঁপাহ নপলায়, নিজেও গুণৱতী, অশেষ ৰূপৱতী, সোণবৰণে উজ্জ্বল গাৰ বৰণৰ কাৰণেই ভদ্দকচচানা (ভদ্ৰকাঞ্চনা) নাম পাইছিল। কাৰেঙৰ কোঠাই কোঠাই- যশোধৰা, গৌতমৰ প্ৰথম যৌৱনৰ আনন্দেৰে, কৌতুকেৰে, আদৰভৰা মুহূৰ্ত্তবিলাক কিদৰে পাৰ হৈছিল ইতিহাসে আজি তাৰ কোনো সন্ধান নিদিয়ে। ইতিহাসৰ দৃষ্টি মাথোন বাহিৰৰ ঘটনা বিলাকৰ ওপৰত। অন্তৰ ৰাজ্যৰ কথা ইতিহাসৰ গণ্ডীৰ হেনো অন্তৰ্ভুক্ত নহয় কোনে জানে, গৌতমৰ মহাভিনিষ্ক্ৰমনৰ ঠিক আগতে কঠিন শিলৰ বুকুফালি বহুমুখী পানীৰ ধাৰা বৈ গৈছিল নে নাই আৰু অতিকৈ প্ৰিয়তমা নাৰী এগৰাকীৰ মুখখনি জন্মৰ কাৰণে এবাৰ চাবৰ কাৰণে গৌতমৰ মন উত্ৰাৱল হৈছিল নে নাই?

মহা যাত্ৰাৰ ৰাতি, প্ৰিয়তমাৰ শোৱা-কোঠাৰ দুৱাৰদলিত ভৰি দি হাতত সাৰে, ভৰিত সাৰে শেষ বাৰৰ কাৰণে জুমি চাইছিলনে? সেই দিনা কি সৃষ্টিৰ অলংঘ্য নিয়মৰ ব্যতিক্ৰম ঘটিছিল?

কথাষাৰ সকলোৰে জনা থাকিলেও পুনৰ বিস্তাৰিতভাবে কোৱা হওক—আঠজনা ব্ৰাহ্মণৰ ভৱিষ্যত বাণী শুনি ৰজা শুদ্ধোধনৰ সদায় শঙ্কা আছিল—তেওঁৰ বংশধৰ গৃহত্যাগী হৈ যায় বুলি। এই আশঙ্কাত ৰজাই সকলো ৰকমৰ সতৰ্কতা লৈছিল যাতে ব্যাধি, জৰা, কোনো দৃশ্য পুতেকৰ আগত পৰিব নোৱাৰে। যাতে তাৰ পৰা বৈৰাগ্যৰ সঞ্চাৰ নহয়, পুতেকৰ মন সংসাৰৰ প্ৰতি যাতে আসক্ত থাকে, সেই কাৰণে থকা ঠাই ঠিক হল—এটি অতি ধুনীয়া প্ৰাসাদ। তাত আছিল—সকলো প্ৰকাৰৰ ভোগ-বিলাসৰ ব্যৱস্থা, সৰ্ব্ববিধ লোভনীয় দ্ৰব্য সম্ভাৰ। ৰকম ৰকম সুচাৰু ধৰণৰ খোপা বন্ধা, বিচিত্ৰ সাজ-পাৰ সুসজ্জিতা তৰুণী, ৰূপহী নৰ্ত্তকীসকল—কথাই-বাৰ্ত্তাই হাঁহিৰে, লাস্যৰে, নৃত্য-গীত বাদ্যৰে দিন-ৰাতি চেষ্টা চলিব লাগিল 'বোধিসত্ত্বৰ' মন মুগ্ধ কৰি ৰাখিবৰ কাৰণে।

প্ৰহৰীবিলাকক সাৱধান কৰি দিয়া হল, যাতে গৌতমৰ কাৰেঙৰ ওপৰৰ পৰা তললৈ নামি আহিবৰ কোনো প্ৰয়োজন নহয়, অৰ্থ্যাৎ বাহিৰৰ জগতৰ লগত যেন পৰিচিত হব নোৱাৰে—কিন্তু সকলো চেষ্টা ব্যৰ্থ হল। বোধিসত্ত্বৰ চকুত একে একে সকলো পৰিল—জৰা, ব্যাধি আৰু মৃত্যু, গৌতমৰ ৰাতিদিন একমাত্ৰ চিন্তা—কি কৰিলে এই সকলো দুখৰ পাৰ পাব পাৰি।

এদিন এক আহাৰৰ পূৰ্ণিমা তিথিত বোধিসত্ত্বই দেখিলে এজন শান্ত মূৰ্ত্তিৰ সন্ন্যাসী। সন্ন্যাসীক দেখি আৰু সন্ন্যাসীৰ জীৱনৰ আনন্দৰ কথা শুনি বৰ তৃপ্তি পালে—মনত লাগিল যেন সত্য পথৰ সন্ধান পালো বুলি।

এদিন ৰাজ-উদ্যানৰ পৰা ঘূৰি আহি খবৰ পালে যে যশোধৰাৰ এটি পুত্ৰ সন্তান জন্ম হৈছে। আকৌ এক নতুন মায়াৰ বাধোন, আৰু নহয়, সকলো বাধোন আজিযেই ছিঙিব লাগিব। গৌতম কাৰেঙত সোমালহি সোমোৱাৰ লগে লগে বীণাৰ ঝঙ্কাৰত, নূপুৰৰ ধ্বনিত, গানৰ মূৰ্চ্ছনাত সমগ্ৰ কাৰেং ভৰি উঠিল। কিন্তু বোধিসত্ত্বৰ এই সকলো আমোদ-প্ৰমোদ তিতা লাগিল। শোৱা কোঠাত সোমাই পালেঙত শুই পৰিল। শেষ ৰাতি টোপনি ভাগিল, চাকিৰ পোহৰত দেখে যে নৰ্ত্তকী দল টোপনিত অচেতন—সকলোৰে সংসাৰৰ মলিনতাৰে ভৰা, কোনোজনীয়ে মুখেৰে কিবা বিবৰ্কিছাই আছে, কোনো জনীৰ গাৰ কাপোৰ অসংযত কোনো একেবাৰে বিবসনা—কদৰ্য্যতাৰ চূড়ান্ত প্ৰকাশ।

আদেশত বাহিৰত ৰথ প্ৰস্তুত, গৌতম ৰাথলৈ উঠিল কিন্তু কি ভাবি যশোধৰাৰ চেৰা-শালিৰ কাষলৈ খোজ ললে, দেখিলে মাতৃত্বৰ অপূৰ্ব্ব পবিত্ৰ প্ৰতিচ্ছবি, দেখিলে৷

যশোধৰাই কেচুৱাৰ মুখটো নিজৰ বাহু-লতাৰে আৱৰি ধৰি নিশ্চিন্তমনে টোপনিত লাল-কাল।

যি আকাঙ্খা লৈ গৌতম গৈছিল সেই কোঠালৈ, সি সম্পূর্ণ হলনে নহল আৰু মুহূৰ্ত্তৰ কাৰণে গৌতমৰ হৃদয় চঞ্চল হৈছিল নে নাই—ইতিহাসে তাক নকয়; কিন্তু যশোধৰাৰ আৰু ওচৰলৈ যাবলৈ গৌতমৰ সাহ নহল—যদি সাৰ পায়—নিঃশব্দে ধীৰে ধীৰে সেই নিশাই বোধিসত্ত্বই কাৰেং এৰিলে।

ধৰ্ম্ম-চক্ৰ প্ৰবৰ্ত্তনৰ পাচত গৌতম বুদ্ধ ৰাজগৃহৰ বেণুবনৰ পৰা প্ৰথমবাৰৰ কাৰণে আহিল কপিলাবস্তু নগৰীলৈ। লগত শত সহস্ৰ অনুচৰ কিয় আহিছিল জনা নাযায়। কাহিনীয়ে কয় পিতাকৰ একান্ত অনুৰোধত পৰি।

কপিলাবস্তুলৈ আহি তেখেতে বাহৰ কৰি থাকিল নগৰৰ এচুকত ন্যগ্ৰোধাৰাত। পিচদিনা ওলাল কপিলাবস্তুৰ ৰাজবাটত ভিক্ষাৰ উদ্দেশ্যে। এই সংবাদ বিয়পি পৰিল বায়ুবেগে নগৰৰ সকলো ঠাইতে লৰাৰ পৰা বুঢ়ালৈকে সকলোৱে নিষ্পন্দ হৈ এই সংবাদ শুনিলে—অদ্ভূত অপূৰ্ব্ব বিস্ময়কৰ কথা। কথাষাৰ যশোধৰাইও শুনিলে।

বুকুত সহস্ৰ ধুমুহা লৈ এখোজ দুখোজকৈ প্ৰাসাদৰ খিড়িকীৰ মুখত যশোধৰা থিয় দিলেহি—যদি দেখা পোৱা যায় নিজ স্বামীৰ পৰিচিত সৌম্যমূৰ্ত্তি। কিন্তু নিষ্ঠুৰ নিৰ্ম্মম দেৱতা মোৰ এই বাটেদি নাহিবও পাৰে।

সৌৱা, সৌৱা—দেখা গৈছে সেই মানুহজন ঠিক সেই মুখ, সেই হাত-ভৰি, সেই চলনৰ ভঙ্গী, আগতকৈও দেহৰ কান্তি যেন সহস্ৰগুণে বাঢ়িছে—হয়, হয় তেখেতেই যশোধৰাৰ অতি প্ৰিয় দেৱতাৰো দেৱতা।

তেখেতৰ পিচে পিচে মানুহৰ পাচত মানুহ লোকাৰণ্য, যশোধৰাৰ বুকুখন ৰৰকৈ কঁপিবলৈ ধৰিলে। মুখটো মুদিবলৈ ধৰিলে— গৌতম অকল তেওঁৰেই দেৱতা আজি নহয়, সকলো বিশ্ববাসীৰ দেৱতা। গৌতমৰ ওচৰত যশোধৰাৰ নিজস্ব কোনো দাবী আজি নাই। যশোধৰা আজি সকলোৰে মাজৰ এজনা অগন্যা মাথোন খিড়িকীৰ পৰা লাহে লাহে আঁতৰি আহিল।

সেই দিনাই ৰজা শুদ্ধোধনৰ নিমন্ত্ৰণত গৌতম বুদ্ধ আহিল বাপেকৰ ঘৰলৈ অনুচৰবৰ্গক লগত লৈ। খোৱা-বোৱাৰ পাচত প্ৰণাম কৰিবৰ কাৰণে পুৰুষ-নাৰী প্ৰতিজনাই আহিল। বাকী থাকিল মাথোন এজনা—তেওঁ নাযায়, কেতিয়াও নাযায়; তেওঁৰ যোৱাৰ প্ৰশ্নই হ উঠে কিয়? তেখেতে নিজে আহিব নোৱাৰেনে যদি নোৱাৰে, তেন্তে সুদীৰ্ঘ ১৩ বছৰ ধৰি প্ৰিয়তমা প্ৰাণপ্ৰিয়া বুলি ইমান ভাল পোৱাৰ অভিনয়ৰ কি প্ৰয়ো জন আছিল? প্ৰব্ৰজ্যা গ্ৰহণ কৰিলেই বুলি পুৰণ সকলো কথা পাহৰি যাব পায়নে? যদি তেখেতে নিজে ইমান কঠিন, নিৰ্ম্মম হব পাৰে যশোধৰাইও হব জানে আকৌ ভাবে সেই মহানিশা দিন ধৰি যশোধৰাই একা চিত্তে নাৰী ধৰ্ম্ম পালন কৰি আহিছে, তাত যদি আন্ত ৰিকতা থাকে, সত্যতা থাকে, ধৰ্ম্ম থাকে, তেন্তে সে ধৰ্ম্ম-নিষ্ঠক যশোধৰাৰ কাৰণে আহিবই লাগিব।

যশোধৰাৰ কল্পনাৰ সোঁত এইদৰে বৈ গৈ আছে অকস্মাৎ বুদ্ধদেৱৰ অন্তঃপুৰলৈ আগমনৰ বাৰ্ত্তা পা সেই দুখ-স্বপ্নত বাধা পৰিল। যশোধৰাই শুনিলে বুদ্ধদেৱ নিজেই আহিছে তেওঁৰ ওচৰলৈ। ইমানপ যিজনাক কেন্দ্ৰ কৰি সন্তৱ-অসন্তৱ কিমান জল্প কল্পনা চলিছে—তেখেতৰ অহা খবৰটো পাই যশোধ বিয়াকুল হৈ পৰিল। চকুলোৰে নেদেখা হৈ পৰিল অন্তৰ্যামীক উদ্দেশ্যে প্ৰাৰ্থনা জনালে "প্ৰভু, কৰুণাম মোক শক্তি দিয়া, মোক কৈ দিয়া কেনেকৈ তেখেত সম্বৰ্দ্ধনা কৰিম। তেখেত আহি পালেহি কিজা যশোধৰা উঠিল, দাসী, পৰিচাৰিকা সকলোকে আ সাধাৰণ কাপোৰ-কানি পিন্ধিবলৈ কলে, নিজেটো পি আছেই, ক্ষমা-সুন্দৰক বিধন আসন বহিবলৈ দি সেইখন যশোধৰাই নিজ হাতেৰে অতি যতনাই সজালে

তেখেত আহিল, ঠিক আগতে আহি ঠিয় দিলে লগত দুজন ভিক্ষু (অগ্ৰশাৱক) আৰু ভিক্ষা-পাত্ৰ হ লৈ স্বয়ং শুদ্ধোধন। যশোধৰা তেখেতৰ ওচৰ

আৰু কাষ চাপি আছিল। কিন্তু কেনেকৈ আছিল, যশোধৰাই কব নোৱাৰিলে। ওচৰলৈ আহি নিবর-নিস্পন্দ নিশ্চল হৈ ঠিয় হৈ থাকিল, যেন এজনা পাষাণ-প্ৰতিমা—চকুত স্পন্দন নাই, দেহতো যেন প্ৰাণবায়ুৰ স্পন্দন নাই।

তথাগতে কলে "তোমাৰ যেনে ইচ্ছা, মোক সম্বৰ্দ্ধনা কৰা, যশোধৰা" বহুত দিনৰ মূৰত "যশোধৰা" সম্বোধন যেন যুগ-যুগান্তৰ পাৰ হৈ গৈছে,—"যশোধৰা" সম্বোধন—যশোধৰাই আজি আকৌ শুনিলে।

যশোধৰাই নিজক আৰু ধৰি ৰাখিব নোৱাৰিলে। সেই মুহূৰ্ত্ততে স্বামীৰ ভৰিৰ তলত দীঘল দি পৰিল। ভৰি দুখন সাবটি ধৰি তাতে ৰাখিলে নিজৰ মুৰটো। সেই চৰণ যুগলৰ পৰশতে যশোধৰাৰ সকলো মান, অভিমান দূৰ হৈ গ'ল। মনটো অপূৰ্ব্ব শান্তিৰে পূৰ্ণ হৈ উঠিল।

সময় বুজি ৰজা শুদ্ধোধনে কলে—'ভদন্ত' মোৰ বোৱাৰীয়ে তোমাকেই ইমান দিন—তুমি এৰি যোৱা দিন ধৰি—কায়মনোবাক্যে পূজা কৰি আহিছে,তোমাৰ প্ৰতি তেওঁ নিবদ্ধচিত্তা।

বুদ্ধাই কলে "জানো, এই জন্মতেই নহয়, পূৰ্ব্বতো তিৰ্য্যগ্‌যোনীত জন্ম গ্ৰহণ কৰি তেওঁ মোৰ প্ৰতি এনে নিবদ্ধচিত্তা আৰু মৰমিয়াল আছিল।"

পাঁচ দিনৰ পাচত যশোধৰাই পুতেক ৰাহুলক মাতি সেইজনা কোন, চিনি পালানে বুলি সোধাত ৰাহুলে নাজানো বুলি কলে। যশোধৰাই কলে "সেই-জনা তোমাৰ পিতা" আৰু বুজাই দিলে"তেখেতেই তোমাৰ স্বৰ্গ, তোমাৰ ধৰ্ম্ম, তোমাৰ তপস্যা, তুমি তেখে-তৰ ওচৰলৈ নগলা দেখোন—যোৱা, ভয় নকৰিবা। গৈ কবা "মোৰ উত্তৰাধিকাৰ (দায়জ্জ) ক'ত ?"

পুত্ৰ গ'ল পিতৃ-সন্দৰ্শনত। বুদ্ধদেৱৰ তেতিয়া খোৱাৰ সৰ্ন্দ, খাই থাকোঁতেই মাকে শিকোৱা কথাষাৰ আবৃত্তি কৰিলে। বুদ্ধদেৱে আত্মজৰ কালে চকু তুলি চালে—কি প্ৰশান্ত দৃষ্টি, ৰাহুলৰ সকলো ভয় নাইকিয়া হ'ল। মনত আনন্দৰ প্ৰবাহ বহিবলৈ ধৰিলে, কিন্তু বুদ্ধদেৱে কোনো উত্তৰ নিদিলে। খোৱাৰ পাচত বিদায় লৈ নিজ বাহৰৰ কালে খোজ ললে। অবোধ বালক ৰাহুলে একো বুজিব নোৱাৰিলে, কিন্তু মাকে শিকোৱা কথাষাৰ "মোৰ দায়জ্জ ক'ত ?" পুনৰাবৃত্তি কৰি কৰি বাপেকৰ পিচে পিচে যাব ধৰিলে। অৱ-শেষত বুদ্ধদেৱে পুতেকক উত্তৰাধিকাৰ দিলে। সাৰি-পুত্ৰক মাতি কলে "ৰাহুলক দীক্ষা দিয়া।"

ৰাহুলক যথামতে দীক্ষা দিয়া হ'ল। সেইক্ষণতে এই জন্মৰ কাৰণে ৰাহুলো যশোধৰাৰ পৰ হৈ গল। সংসাৰত যিখিনি আকৰ্ষণ আছিল সিও শেষ হ'ল। তেন্তে আৰু পলম কৰাৰ দৰ্কাৰ কি ? যি বাটেদি স্বামী গৈছে, যি বাটেদি পুতেক গৈছে—সেই বাট আৰু কিমান দূৰৈত ? যশোধৰাই শুনিবলৈ পালে যে সেই বাটেদি যোৱাৰ যি হেঙ্গাৰ আছিল, সেই হেঙ্গাৰ উঠাই লোৱা হৈছে আৰু নাৰী জাতিয়েও প্ৰব্ৰজ্যা গ্ৰহণৰ অনুমতি পাইছে। ভিক্ষুনী সংঘৰ নেত্ৰী হৈছে—মহা প্ৰজাপতি গৌতমী, যশোধৰাই মন স্থিৰ কৰি পেলালে।

ভগবান তথাগত তেতিয়া শ্ৰাবস্তীত ৰাহুলো তাতে, যশোধৰাইও কাবেং এৰিলে, কপিলাবস্তু এৰিলে। খোজ ললে শ্ৰাবস্তীৰ কালে, যশোধৰাই প্ৰব্ৰজ্যা গ্ৰহণ কৰিলে। শ্ৰাবস্তী পাই মহা-প্ৰজাপতি গৌতমীৰ অধী-নত ভিক্ষুনীবিলাকৰ এটা উপাশ্ৰয়ত আশ্ৰয় পালে। শ্ৰাবস্তীত থাকিলে দিনত অন্ততঃ এবাৰো স্বামী আৰু পুতেকক দেখিবলৈ পাব আৰু তাকে অতিশয় নাৰী-জীৱনৰ পৰম লাভ বুলি ধৰি ললে।

ৰাহুল আহে মাকৰ লগত দেখা কৰিবলৈ। কোঠাৰ বাহিৰত মাক-পুতেকৰ দেখা-সাক্ষাৎ হয়, কথা-বাৰ্ত্তা হয় বেছি ভাগেই বুদ্ধদেৱৰ বিষয়ে। ৰাহুলে বৰ্ণাই কৈ যায় কিদৰে অবিচলভাবে প্ৰশান্ত দৃষ্টিৰে অদ্ভুত মহিমা

সকলোকে পৰম শান্তি দান কৰিছে । যশোধৰাই মুগ্ধ হৈ শুনে, শুনি শুনি হেঁপাহ নপলায় ।

যশোধৰাৰ জীৱনৰ আৰু বেছি জনা নাযায় । সংঘত সোমাওঁতে "ভদ্দকচ্চানা" নামেই তেওঁ জনাজাত আছিল । ভিক্ষুনী হৈ অন্তৰ্দৃষ্টি লাভ কৰি শেহত "অৰ্হতি" উপাধি লাভ কৰিছিল । তাৰ পাচত লাহে লাহে সাধন মাৰ্গৰ আৰু ওখ স্তৰলৈ গৈ "ভিক্ষুনী শ্ৰেষ্ঠা" বুলি অভিহিত হৈছিল । বুদ্ধদেৱৰ শিষ্যবিলাকৰ ভিতৰত সাৰিপুত্ত, মোগল্লান আৰু বকুলৰ বাহিৰে কোনেও যশোধৰাৰ দৰে শক্তিমতী নাছিল ।

খৰ সত্তৰ ৭৮ বছৰতে বুদ্ধদেৱৰ মহা-নিৰ্ব্বাণৰ আগতে যশোধৰাৰ নশ্বৰ-দেহৰ অন্ত পৰে । মৃত্যুৰ অলপ আগতে বুদ্ধদেৱৰ ওচৰৰ পৰা যশোধৰাই শেষ বিদায় লৈ আহে আৰু নিজ কোঠাত সোমায়েই "লোকান্তৰ" গমন কৰে । —এই সংবাদ কেতিয়া আৰু কেনেকৈ বুদ্ধদেৱৰ কাণত পৰিল—ইতিহাসে মকয় ।

অৱশ্যে এই সংবাদত তথাগতৰ অলপো বিচলিত হোৱাৰ কথা নাথাটে, কাৰণ তেখেত সম্যক সমুদ্ধ । এগৰাকী নাৰীৰ মৃত্যু-সংবাদত কিয় তেখেত চঞ্চল হব ? সকলো দুখ-সুখৰ অতীত বুলিয়েই তেখেত বুদ্ধ ভগবান । কিন্তু উপেক্ষিতা যশোধৰাৰ কাৰণে আজি ২৫০০ বছৰৰ পাচতো আমাৰ হৃদয় নিয়াহ আছে ।"

(সংগৃহীত)

---

শ্ৰীকৃষ্ণৰ অৰ্জ্জুনৰ প্ৰতি পাতক-সংহৰণত হৰি নামৰ মাহাত্ম্য বৰ্ণনা

অত্যন্ত অন্ত্যজো যদি পৰমাত্মা নাম মোৰ
হেলাত উচ্চৰে একোবাৰ ।
লক্ষ্য কোটি কোটি জন্ম যত কৰি আছে পাপ
তাহ্মক্ষণে নষ্ট হোৱৈ তাৰ ।।
মোহোৰ দুগুটি নাম এক হৰি এক ৰাম
স্মৰে আৰু মহাপাপী ভৈ ।
যাটি লক্ষ্য কোটি জন্ম যত পাপ কৰি আছে
মুনাবো মুক্তক আগে থুই ॥

—ভক্তি-প্ৰদীপ

# বৈষ্ণৱ সকললৈ সমন্বৰ আহ্বান

শ্ৰীভোলানাথ কাকতি।

শ্ৰীশঙ্কৰ গুৰুৰ আবিৰ্ভাব হোৱা আজি প্ৰায় ৫০৭ বছৰৰ পূৰ্ণ হল। তেখেতৰ বৈকুণ্ঠ প্ৰয়াণৰ পিছতে অসমৰ বৈষ্ণৱ ধৰ্ম্মৰ গাদীত আৰূঢ় প্ৰধান প্ৰধান বৈষ্ণৱ-সকলৰ ভিতৰত মনোমালিন্য ঘটে। ই এটা ভয়ঙ্কৰ কীট স্বৰূপে শ্ৰীমন্ত শঙ্কৰৰ স্থাপিত সমাজখনক থকা-সুৰকাকৈ কুটিছে। এই লেখকৰ জীৱনতে তিনিকুৰি বছৰৰ আগেয়ে মহাপুৰুষ, অসমত দুজনা আছিল। কিন্তু ১৯১২ চনৰ ভিতৰতে যিমান দূৰ মনত পৰে শ্ৰীদামোদৰ দেৱৰ পাদুকা-স্থাপনৰ বাবে এখন গুৱাহাটীৰ সভাত উপস্থিত আছিলোঁ। তাৰ পাছত এখেতকো মহাপুৰুষৰ শ্ৰেণীলৈ তুলি এখেতৰ তিৰোভাব তিথিত গৱৰ্ণমেণ্টৰ পৰা স্কুল অফিচ আদি বন্ধ ৰখা হয়। এতিয়া মহাপুৰুষীয়া আৰু দামোদৰীয়া দুটি প্ৰধান দল বান্ধি প্ৰথমটিয়ে শ্ৰীশঙ্কৰ গুৰুৰ নামত মঠ, মন্দিৰ, নামঘৰ আদি নিৰ্ম্মাণ কৰি তেওঁৰ সৃষ্ট নাম-ধৰ্ম্ম প্ৰবল-ৰূপে চলাব ধৰিছে আৰু কোনো কোনো সংঘই সদৌ অসমৰ নিমিত্তে এখনি সমাজ তৈয়াৰ কৰিবৰ উদ্দেশ্যে খানপানীৰ ধল অহাৰ দৰে সমাজৰ আবৰ্জ্জনা উটুৱাই নিবলৈ চেষ্টা কৰিছে। অন্যপক্ষে, আবৰ্জ্জনামগ্ন লোকসমূহে আঁকোৰগোঁজা মাৰি তাকেই ধৰি থাকিবলৈহে চেষ্টা কৰিছে। সন্ত-মহন্তসকলৰ ভিতৰতো চাৰিটি সংহতি সৃষ্টি কৰি পৰস্পৰৰ ভিতৰত ঐক্যৰ হানি কৰিছে--দেখা যায়। যি সময়ত ২৫০০ বছৰৰ পাছত গত ২৪ মেই তাৰিখে গোটেই ভাৰত ব্যাপি হিন্দুৰ নৱম অৱতাৰ গৌতম বুদ্ধৰ পৰিনিৰ্ব্বাণ উপলক্ষে অসীম প্ৰেমৰ বাণী প্ৰচাৰ হৈছে, সেই সময়ত শ্ৰীশঙ্কৰ দেৱৰ নাম-ধৰ্ম্ম প্ৰচাৰৰ মাজত এনেবিলাক পাৰ্থক্য আৰু দলাদলি অকল অশোভনীয়েই নহয়, উন্নতিৰ বাটত ভীষণ বিঘিনি। আহক দুজনা মহাপুৰুষৰ চৰণত আশীৰ্ব্বাদ ভিক্ষা কৰি আমাৰ কৰ্ত্তব্য পথত আগুৱাওঁ।

শ্ৰীশ্ৰীমাধৱদেৱ মহাপুৰুষে তেওঁৰ হাজাৰী নাম-ঘোষা পুথিৰ আদিতে চতুৰ্থ ঘোষাত কৈছে—

একান্ত ভকত সৱে    নিৰ্গুণ কৃষ্ণৰ গুণ
গাৱে সদা বসিয়া যথাত।
বৈকুণ্ঠকো পৰিহৰি    যোগীৰো হৃদয় এৰি
থাকা হৰি সাক্ষাতে তথাত ॥৪॥

এই ঘোষা ফাঁকিৰ অৰ্থ ভাঙিবৰ আৱশ্যক নকৰে। মাত্ৰ "একান্ত ভকত" কোন তাকেহে বিচাৰ কৰিব লাগে। ভকত অৰ্থে ভক্ত। আমাৰ বৰ্ত্তমান সমাজত এই ভক্ত শ্ৰেণীৰ ভিতৰত ভক্ত বহু ৰকমৰ। বোধকৰোঁ দেৱ-দেৱীও যত, ভক্তও তত। যেনে—শিৱভক্ত বা শৈৱ দুৰ্গা বা কালী ভক্ত শাক্ত বা শক্তিপূজক, গণেশক পূজা কৰা গাণপত্য ইত্যাদি। এই সকলৰ ভিতৰত কেৱল এজনকে পূজা কৰি নেৰে। এওঁলোকৰ ভিতৰত সেই এজন পৰব্ৰহ্মক যাক নাৰায়ণ, হৰি, ৰাম, কৃষ্ণ নাম দি বৈষ্ণৱসকলে পূজে তেওঁকো বাদ নিদিয়ে, তাৰ ওপৰঞ্চি স্বৰূপে আন আন দেৱতাক পূজা কৰি নিজৰ আপোন কৰি লয়। কোনো কোনো জনে এজনক পূজে, কোনো কোনো জনে কেইবাজনকো পূজে। এই সকল "একান্ত ভকত" নহয়। "একান্ত ভকত" হৈছে সেইসকল যিসকলে এক ঈশ্বৰক, কেৱল কৃষ্ণদেৱক পূজে, ধ্যান কৰে, জানে। এক কৃষ্ণৰ বাহিৰে অন্য দেৱ-দেৱীক নেজানে, নিবিচাৰে। এই এক দেৱতাতে এওঁলোকৰ পূজা-সেৱা অন্ত। এই নিমিত্তে এক ঈশ্বৰক জনা, পূজা কৰা ভক্ত সকলেই "একান্ত ভকত।"

এই শ্ৰেণীৰ ভকত আজি কালিৰ বৈষ্ণৱ সমাজত বহুত নাই। কাৰণ, নিজৰ দেশতে সেৱাৰ দিনৰ পৰা

আৰু অতি পুৰণি কালৰে পৰা বহুত দেৱ-দেৱীৰ মঠ-মন্দিৰ থকাত বাপেক-মাকৰ লগত লৰা-ছোৱালী বিলাকে এই বিলাক মঠলৈ গৈ থকাত ডাঙৰহলেও সেই ভাব-ভক্তি মনত সাঁচ বহি থাকে। তাৰ লগতে দেশৰ বাহিৰৰ পৰা বিদেশীলোকে অতি জাক-জমকেৰে দুৰ্গা আদি অন্য দেৱ-দেৱীৰ পূজা-পাতল কৰি থকাত মানুহৰ মনত এইবিলাক দেৱতাক পূজা নকৰিলে অমঙ্গল হব, উন্নতি নহব বুলি মনত এটা বিশ্বাস সোমাই আছে।

শ্ৰীশ্ৰীশঙ্কৰদেৱক হিন্দুৰ অৱতাৰ-বাদনীতিত পেলাই অসমৰ এমূৰৰ পৰা আনমূৰলৈকে তেওঁৰ ধৰ্ম্মমত প্ৰচাৰ কৰি পুৰণি অসমৰ পৰা এখন নতুন অসম তৈয়াৰ কৰাত আমি তেওঁক এজন অৱতাৰ পুৰুষ বুলি মানো আৰু তেওঁক জগৎগুৰুও বোলোঁ। শ্ৰীশ্ৰীমাধৱদেৱ মহাপুৰুষে তেওঁৰ ৰচিত গুৰু-ভটিমাত কৈছে, "যো হৰি মাৰল কংস শঙ্কৰ তাকেৰি অংশ।" শ্ৰীশঙ্কৰ গুৰুৱে কেৱল কামৰূপ-অসমৰ ধৰ্ম্ম আচৰণলৈ দৃষ্টি ৰখা নাছিল। তেৰাই সমস্ত ভাৰতৰ ধৰ্ম্মলৈকো চকু দিছিল। মনত নপৰা দিনৰ পৰা চলি অহা ভাৰতৰ নানান দেৱ-দেৱী পূজা কৰা ৰীতিটো তেৰাই উঠাবলৈ যত্ন কৰিছিল। বেদ-বেদান্তৰে পৰা আৰম্ভ কৰি গীতা-ভাগৱতলৈকে হিন্দু ধৰ্ম্মত আলচ কৰা সেই এজন পৰমব্ৰহ্মৰ পূজা-উপাসনাইহে যে মানৱৰ ধৰ্ম্ম তাক তেৰাই দঢ়াই দঢ়াই তেৰাৰ ৰচিত পুথিত লিখিও কাৰ্য্যত পালন কৰি আমালৈ উজ্জ্বল পথ থৈ গৈছে। হিন্দুৰ নানান দেৱ-দেৱী পূজা কৰা ধৰ্ম্ম বহুদিনীয়াহে, চিৰকলীয়া নহয়। সনাতন ধৰ্ম্ম-পৰব্ৰহ্মৰ চিন্তা-উপাসনাহে, তেওঁৰ বাহিৰে অন্য দেৱ-দেৱীক পূজা কৰা নহয়। শ্ৰীমন্ত শঙ্কৰে ৬ষ্ঠ স্কন্ধ ভাগৱতৰ ৫৬০ শ্লোকত কৈছে—

আচৰ্য্য আচৰ্য্য ভাৰতৰ নৰ
কিনো মন্দ কৰ্ম্ম কৰে।
হৰি হেন নাম আছন্তে তথাপি
যাতনা তাপত মৰে॥

ঈশ্বৰ কৃষ্ণক নভজি আনক
ইষ্টদেৱ বুলি ধৰে।
কিনো হতবুদ্ধি কোচতে আমৃধি
আছন্তে নিচিন্তি মৰে॥ ৫৬০৪ ॥

ভক্তি-প্ৰদীপ পুথি সমাপ্ত কৰোঁতে শ্ৰীশঙ্কৰ গুৰুৱে কৃষ্ণদেৱক এইদৰে স্তুতি কৰিছে।

"তুমিয়েহে মোক্ষৰ বীজ। তুমিয়েহে মানুহৰ নিজ ঈশ্বৰ। তুমিয়েহে মোৰ আত্মা বুলি জানি, আন দেৱতাৰ সেৱা ত্যাগ কৰি, তোমাৰ চৰণক ভজি, সত্যে সত্যে তোমাৰ শৰণ ললোঁ। জন্মে জন্মে মোৰ মতি এনে হক, যেন মই ভাবিব পাৰোঁ যে যাদৱ মাধৱইহে মোৰ গতি। অইন কামনা মোৰ একো নাই।"

এই প্ৰকাৰে প্ৰতি মুহূৰ্ত্তে এক কৃষ্ণ দেৱত মন লগাই ৰাখিব পৰা ভক্তেই "একান্ত ভকত।" মহাপুৰুষ দুজনাই অসমৰ বৈষ্ণৱ-ধৰ্ম্মত, আদি "একান্ত ভকত"। এই একান্ত ভকতসকল গোটখাই বেতিয়া কৃষ্ণৰ গুণ-যশ কীৰ্ত্তন কৰে তাত স্বয়ং ভগবান বৈকুণ্ঠ ত্যাগ কৰি, অন্য কি চিন্তা কৰা যোগীসকলৰো হৃদয় ত্যাগ কৰি কীৰ্ত্তন কৰা ঠাইত উপস্থিত হয়হি।

এতিয়া প্ৰশ্নটো হৈছে এই যে কীৰ্ত্তন ঘৰত কীৰ্ত্তন কৰিবৰ সময়ত দুই এজন একান্ত ভকত থাকিলেও কৃষ্ণত শৰণ নোলোৱা, অন্য দেৱ-দেৱীৰ পূজা কৰা লোকৰ সংখ্যা অধিক হব পাৰে। তাৰ বাহিৰেও, আজিকালিৰ নতুন নীতিমতে অস্পৃশ্যতা বৰ্জ্জন হোৱাত সকলো-শ্ৰেণীৰ লোকসকল কীৰ্ত্তন ঘৰত বহি একেলগে শ্ৰৱণ-কীৰ্ত্তন কৰেহি। তেতিয়া যুক্তি-তৰ্কমতে উক্ত চতুৰ্থ বোধামতে ঈশ্বৰ সাক্ষাৎ থকা অসম্ভৱ। তেতিয়া এই "অশৰণীয়া" আৰু "একান্ত ভকত" সকলৰ প্ৰতি শ্ৰীশ্ৰীমাধৱদেৱ মহাপুৰুষে এক ঈশ্বৰত বিশ্বাস ৰাখি নাম ঘৰত প্ৰৱেশ কৰিবলৈ দিহা দিছে। এই প্ৰকাৰে চলিলে নামঘৰলৈ অহা নতুন লোকসকলৰ নামত বহি বহিলে অন্য দেৱ-দেৱী, ভৈ, মলচ্ছ, সপৰা হব। আৰু

যি সকলে নিজক একান্ত ভকত বুলি ভাবে তেবা সকলেও অন্যালোক সকলক ঘৃণা নকৰি সঙ্গ দিব কিন্তু নিজে স্থিৰ হৈ থাকিব। নতুন সমাজত এই ভাৱেৰে চলা নিতান্ত প্রয়োজন হৈ উঠিছে। নহলে সমাজ শৃঙ্খলাবদ্ধ হৈ আগবাঢ়ি যাব নোৱাৰিব। তেবাৰ ৰচিত নামঘোষাৰ ঈশ্বৰ নির্ণয় অধ্যায়ত ৫৭৫ ঘোষাত লিখিছে—

অন্তৰত এক ঈশ্বৰক দেখিয়োক নানা বাহিৰত
অন্তৰত বোধ বাহিৰত জড় প্রায়।
বুদ্ধিত সমস্তে তেজিয়োক বাহিৰত সঙ্গ দেখায়োক
এহিভাৱে ৰাম লোকত ফুৰা বেড়াই ॥৫৭৫॥

এই ঘোষাটিৰ পোনপটীয়া অৰ্থত শ্রোতাক মহাপুৰুষে আচাৰ্য্য ৰূপে কৈছে যে "হে ৰাম এই মৰ্ত্ত্যত তুমি ভ্রমি ফুৰোতে নানান লোকক নানান ভাৱে ঈশ্বৰক সেৱা কৰা দেখিবা; যেনে এজনে ইন্দ্ৰক, এজনে শিৱক, এজনে দুৰ্গা-দেৱীক আৰু এজনে এখনি কালী-মূৰ্ত্তিক আৰু এজনে কৃষ্ণৰ মূৰ্ত্তি এখনিক আৰাধনা কৰিছে। তুমি তোমাৰ অন্তৰত এক মতে সেই কৃষ্ণৰ মূৰ্ত্তিকেহে দেখিবা। তুমি বাহিৰত চুই দিলে নিশ্চল ঠেকেকা লগা কেবেলুৱা-টোৰ দৰে হবা, বা মৰাশটোৰ ভাৱ ধৰিবা কিন্তু তোমাৰ অন্তৰত সেই এক ঈশ্বৰৰ জ্ঞান নেহেকৰাবা। বাহিৰত সকলোৰে সৈতে নিৰ্লিপ্তভাৱে সঙ্গ দিবা কিন্তু নিজ বুদ্ধিৰে সেইসকলৰ আচৰণ, ব্যৱহাৰ, চলন-ফিৰণ এক ঈশ্বৰ বিৰুদ্ধবাদী হলে, ত্যাগ কৰিবা।

যদি দকৈ ভাবি চোৱা হয় তেতিয়া এই ঘোষাটিৰ এটি ভিতৰুৱা অৰ্থ আছে যাক বুজিলে আমি যিসকলে নিজকে নাম ধৰত শুদ্ধ বুলি ভাবি শৌচাচাৰ নীতি পালন নকৰা সকলক অন্য চকুৰে চাওঁ সেইসকলৰ গতি-মতি উন্নত হব।

আমাৰ দেহৰ ভিতৰত এটি নাম-ঘৰ আছে যত সেই এজন ঈশ্বৰে বিৰাজিছে। সেই নাম ঘৰলৈ প্রৱেশ কৰিলে সেই এজনা ঈশ্বৰক সাক্ষাৎ পাব পাৰি। তেনেকৈ আমাৰ বৈষ্ণৱ জগৎখনৰ অন্তৰ হৈছে আমাৰ নামঘৰ বা কীৰ্ত্তন ঘৰ। আপোনাসকলে নামঘৰলৈ প্রৱেশ কৰোঁতে দুৱাৰদলীতে ভকতৰ পদৰেণু শিৰত লৈ পবিত্র হৈ সেই এক ঈশ্বৰক দৰ্শন কৰিবলৈ বুলি আহে। নামঘৰত প্রৱেশ কৰাৰ পূৰ্ব্বে নামঘৰৰ বাহিৰে নানান মঠ-মন্দিৰত নানান ঈশ্বৰ বুলি পূজা কৰা দেৱ-দেৱীক দেখি আহে সঁচা। নামঘৰত প্রৱেশ কৰা মাত্রকে সেই সকললৈ পাহৰি কেৱল এজনা ঈশ্বৰক, কৃষ্ণদেৱক দৰ্শন কৰক। আপোনাসকলে পৰস্পৰৰ প্রতি জড় ভাব ধাৰণ কৰি মাত্র অন্তৰত চৈতন্য অৱস্থা ধাৰণ কৰিব। আপোনাসকলে পৰস্পৰে সঙ্গ দিব আৰু পৰস্পৰৰ জনা দুগুণবিলাক ত্যাগ কৰিব। নিজ বুদ্ধিৰ অৰ্থাৎ মনেৰে প্রকাশ্য ভাৱে কাকো আক্রমণ নকৰিব। এই ভাৱে যদি আপোনাসকলে নামঘৰলৈ আহি পৰস্পৰে পৰস্পৰৰ প্রতি আচৰণ কৰে তেন্তে নামঘৰলৈ অহা এক ঈশ্বৰৰ দৰ্শন উদ্দেশ্য সিদ্ধি হব।

এয়ে বৰ্ত্তমান বৈষ্ণৱ সমাজলৈ শ্রীশ্রীশঙ্কৰ গুৰুৰ জন্ম তিথি উপলক্ষে "বৈষ্ণৱ-মিলন ৰূপ তাৎপৰ্য্য" এই দুকথা মতিয়ে আগবঢ়ালে।

প্রৱর্ত্তে সমস্ত ধর্ম্ম কৃষ্ণৰ নামত।
নিজ পদে ধর্ম্ম যাৰ পশিলে আমাত॥

# গীতা-পৰিচয়

শ্ৰীমতী কল্পনা বৰুৱা ।

হিন্দুমাত্ৰেই গীতাক সমগ্ৰ হিন্দুশাস্ত্ৰ আৰু উপদেশৰ মূল স্বৰূপে গণ্য কৰে। আগ্ৰহ আৰু অধ্যৱসায় থাকিলে গীতাৰ কেইটামান শ্লোক অধ্যয়ন কৰি আজিৰ তৰুণ দলে পূৰ্ব্ব-পুৰুষৰ সেই ধৰ্ম্ম বুজিব পাৰিব, যি ধৰ্ম্ম আমি উত্তৰাধিকাৰী সূত্ৰে লভ কৰা উচ্চাঙ্গিক দৰ্শন, সাহিত্য-কলা আৰু সভ্যতাৰ ভেটি। .

গীতা মহাভাৰতৰ এটি অধ্যায়। যেতিয়া কুৰুক্ষেত্ৰত সন্মুখীন হৈ অৰ্জ্জুনে দেখিলে যে যুদ্ধ-পিপাসুদল পৰস্পৰ ভাই-ককাই, তেতিয়া বিষাদ-গ্ৰস্ত অৰ্জ্জুনক উৎসাহ দিবলৈ আৰু তেওঁৰ মনৰ সন্দেহ দূৰ কৰিবলৈ শ্ৰীকৃষ্ণই হিন্দু-ধৰ্ম্মৰ প্ৰকৃত ব্যাখ্যা তেওঁৰ আগত দাঙি ধৰিলে। গোটেইখন গীতাত শ্ৰীকৃষ্ণই নিজকে শ্ৰীভগবান বুলি পৰিচয় দিছে।

কিন্তু প্ৰাচীন গ্ৰন্থকাৰে, তেওঁৰ স্পষ্ট আৰু অতুলনীয় কল্পনা শক্তিৰে পটভূমিক যিমানে সুন্দৰ আৰু উপযুক্ত কৰি নোতোলক কিয়, এইটো মনত ৰাখিব লাগিব যে হিন্দু-শাস্ত্ৰ হিচাবে গীতা মহাভাৰতৰ পৰা সম্পূৰ্ণ পৃথক। হিন্দু ব্যাখ্যাত এই পটভূমিৰ কোনো গুৰুত্ব নাই। কুৰুক্ষেত্ৰ-যুদ্ধক যথাৰ্থ ৰূপে ধৰি লৈ যদি সেই একমাত্ৰ ঘটনাক আগত লৈ সেইৰূপে গীতা ব্যাখ্যা কৰো তেন্তে অকল ভুলুৱাই নহয় তাৰ দ্বাৰা আমি গীতাক ভুল বুজাবো সম্ভাৱনা বেছি। অৱশ্যে গীতাৰ ব্যাখ্যা সাৰ্ব্বজনীন আৰু তেনেকৈ কুৰুক্ষেত্ৰ যুদ্ধতে ইয়াক প্ৰয়োগ কৰিব পাৰি। কিন্তু নিৰ্দ্দিষ্ট ঘটনা এটিকে বাস্তৱ বুলি ধৰি ব্যাপক-অৰ্থক অভাৱ দ্বাৰা ব্যাখ্যা কৰিবলৈ গলে আমাৰ তেনেই ভুল বুজা হব। সংস্কৃত সাহিত্যৰ অভিজ্ঞতাৰ পিনৰ পৰা এনেকুৱা এটা অত্যাল আছিল যে, মহৎ কাম কৰিবলৈ যাওঁতে বা প্ৰকাশ কৰোঁতে সাধাৰণ ঘটনা কিছুমানক কল্পনা শক্তিৰ সহায়ত বিশদ-বৰ্ণনা কৰি সেই পটভূমিৰ ওপৰত লেখকে আপোন মত প্ৰকাশ কৰে। আকৌ হিংসাত্মক কাৰ্য্যত উদ্‌গনি দিয়া বুলি কৰা অপবাদৰ পৰা গীতাক ৰক্ষা কৰিলে বুলি মহাভাৰতৰ গল্পটোক কাল্পনিক বুলি উৰাই দিয়াটোও এটা ডাঙৰ কথা হব। সনাতন ধৰ্ম্ম-শাস্ত্ৰ হিচাবে গীতাক পঢ়িবলৈ ললে আমি যুদ্ধক্ষেত্ৰৰ দৃশ্যটো সম্পূৰ্ণ পাহৰি যাব লাগিব।

উপনিষদত যি উপদেশ আছে, তাৰ বাহিৰে নতুন কিবা এটা দিয়াৰ উদ্দেশ্য গীতাৰ নাই। পৌৰাণিক উপদেশ সমূহৰ সংযোজনাতে ই নিজক আবদ্ধ ৰাখিছে। পৌৰাণিক এনুসমূহৰ যিটো মূলকথা ইয়াতো তাকে মাত্ৰ আলোচনা কৰা হৈছে। .এই প্ৰবন্ধৰ মুখ্য উদ্দেশ্য হৈছে যাতে উঠি অহা ছাত্ৰ-ছাত্ৰীসকলে আমাৰ পূৰ্ব্ব-পুৰুষসকলৰ বিশ্বাস শৃঙ্খলা আৰু আদৰ্শৰ সন্ধান পায়; যাৰ পোহৰেৰে আমাৰ পূৰ্ব্ব-পুৰুষসকলে নিজৰ আৰু লগতে আনৰো জীৱন-পথ পোহৰাই তুলিছিল—যি সাধনালব্ধ ধনক, সনাতন-ধৰ্ম্ম নাম দিয়া হৈছে।

প্ৰকৃতিৰ নিয়ম আৰু বিজ্ঞানৰ বিস্ময়কৰ বস্তুৰ সামান্যজ্ঞানে, বিশেষকৈ যেতিয়া সেই জ্ঞান নিজৰ শক্তিৰে বলৈ অইন কাৰোবাৰ পৰা লোৱা যায়; মানুহ মাত্ৰৰ প্ৰকৃতিৰ ওপৰত ই সুৰাৰ দৰে কাম কৰে। তেওঁলোকৰ চিন্তাশক্তিৰ বিপৰ্য্যয় ঘটে। অজ্ঞাত জনৰ ৰহস্য তেওঁলোকৰ কাৰণে সকলো আজাতেই নাই। ইয়াৰ অস্তিত্বও লুপ্ত হৈ যায়। ধৰ্ম্ম-এৰ আৰু শাস্ত্ৰজ্ঞান তেওঁলোকৰ বাবে নিষ্প্ৰয়োজন অজ্ঞতাৰ সৃষ্টি মাথোন;

আনকি এইবিলাকক ভওই স্বাৰ্থোদ্দেশে উলিওৱা কিছুমান উপায় বুলিও ভাবে। কিন্তু স্থুল জগতৰ বিজ্ঞান সম্বন্ধে জানিবলৈ যেয়ে পৰিশ্ৰম কৰিছে আৰু সেইবাবে যাৰ বুদ্ধি ও চিন্তাশক্তিৰ বিপৰ্য্যয় ঘটা নাই, তেওঁলোকে জানে যে সেই বিৰাট অজ্ঞাত ৰহস্য, আমি যিখিনি জানিছো তাতকৈ ইমান বেছি যে, সময়ৰ লগে লগে মানৱ-জ্ঞানে ইয়াৰ যিমানেই আবিষ্কাৰ নকৰক, এটা অংশ সদায়েই বাদ থাকি যাব; যিটোক অৱজ্ঞা কৰা নাযায় কিন্তু মানুহৰ বোধশক্তিয়েও ঢুকি নেপায়। প্ৰকৃত বৈজ্ঞানিকসকল সেইবাবে অকল নম্ৰই নহয়; যিহেতু তেওঁলোকে প্ৰকৃতিৰ ৰহস্যৰ কিছুমান জানিছে, সেইবাবে তেওঁলোকে মানুহৰ বিশ্লেষণ শক্তিয়ে ঢুকি নোপোৱা সেই অজ্ঞাতজনৰ ওচৰত সদায়েই নত স্বীকাৰ কৰি আহিছে।

মানুহৰ বুদ্ধি অথবা অনুসন্ধানে প্ৰকৃতিৰ মূল কাৰণ কেতিয়াও ভেদ কৰিব নোৱাৰে। মানুহৰ চিন্তাশক্তি এনে সুন্দৰ আৰু পাৰ্গতালিৰে গঠন কৰা হৈছে যেই আপোন সীমাবদ্ধতাৰ কথা অনুভৱ কৰিব নোৱাৰে। কিন্তু যিমানেই যি নহওঁক এটা অংশমাত্ৰ হৈ ই সমগ্ৰ-সত্ত্বাক আকোঁৱালি ধৰিব নোৱাৰে। সাপে যিদৰে নিজৰ নেজডাল খাব নোৱাৰে, তেনেকৈ মানুহৰ মনে সমগ্ৰক আকোঁৱালি ধৰিবৰ বৃথা চেষ্টা কৰে। যাৰ ওপৰত আমি নিৰ্ভৰ কৰি আছো, যাৰ দ্বাৰা আমাৰ মনৰ গতি নিয়ন্ত্ৰিত হৈছে সেই পৰমাত্মাক জুখি চাবলৈ বা তাৰ অস্তিত্ব প্ৰমাণ কৰিবলৈ হলেও আমি নিজৰ পৰা পৃথক কৰিব নোৱাৰো।

মানৱ-জ্ঞানৰ এই সীমাবদ্ধতাই বৈজ্ঞানিক আৰু দাৰ্শনিক অনুসন্ধানৰ সীমাৰেখা। যিকালে আমি গভীৰ অনুসন্ধান নকৰো কিয়, অৱশেষত আমি সেই অজ্ঞাত ৰহস্যৰ সীমা পাওঁহি, আৰু তাৰপৰা আৰু অগ্ৰসৰ হব নোৱাৰো। প্ৰতি পৰমাণু এই অজ্ঞাত ৰহস্যই ভেদ কৰি আছে। অসীম ৰহস্যৰ ওপৰত আমাৰ জ্ঞানে মাত্ৰ এটা সামান্য পাতল আৱৰণ দি থৈছে। ধৰ্ম্ম আৰু ধৰ্ম্ম-গ্ৰন্থ,ধাৰ্ম্মিকসকলৰ বাক্য আৰু কাৰ্য্যই এই অসীম অজানাৰ আলোচনা কৰে, বিজ্ঞানে যেনেকৈ পদাৰ্থ সম্বন্ধে আলোচনা কৰে তেনেকৈ নহয় কিন্তু বেলেগকৈ আৰু সেয়ে একমাত্ৰ উপায়।

প্ৰশ্ন হব পাৰে এই অজ্ঞাত-ৰহস্যক লৈ আমি কিয় ইমান মূৰ ঘমাব লাগে? ইয়াৰ উত্তৰ হল এয়ে যে সত্যক অৱজ্ঞা কৰা মূৰ্খামি। নজনা কাৰণেই এই অজ্ঞাতজন মিছা নহয়। আমি এইখিনি মাত্ৰ জানো যে ই আছে আৰু আমাক লৈ জগতৰ সকলো বস্তুৰে লগত ইয়াৰ গভীৰতা আছে। ইয়াক কেনেকৈ অৱজ্ঞা কৰিম? মানুহৰ উপলব্ধিৰ মাজত যিটো ফাঁক আছে সেইটো শূন্য নহয়, বৰং আমাৰ অত্যন্ত প্ৰয়োজনীয় সত্যৰে ভৰা যদিও আমি ইয়াক বুজিব নোৱাৰো, বিশ্লেষণ কৰিব নোৱাৰো বা ইয়াৰ গভীৰতা উপলব্ধি কৰিব নোৱাৰো।

এই স্থুল পৃথিবীত গনিতজ্ঞসকলে বিৰাট ডাঙৰ অথবা পৰমাণুতকৈয়ো সৰু সংখ্যা লৈ কাৰবাৰ কৰে; আনকি অপ্ৰাকৃত কিছুমান ব্যাখ্যাও গ্ৰহণ কৰে। Infinity zero এইবিলাক গনিতত হেলা নকৰে বৰং ইহঁতেও বিজ্ঞানৰ অৱদানত যথেষ্ট সহায় কৰে। সেইদৰে বাস্তৱ জীৱনতো অসীম বা অজ্ঞাত অপ্ৰাকৃত বা মূল্যহীন নহয়। গীতা উপনিষদ বা অন্যান্য ধৰ্ম্ম-গ্ৰন্থত যি কোৱা হৈছে, সি হয়তো আমি বিচৰা দৰে স্পষ্ট হোৱা নাই। গণিত বা পদাৰ্থ-বিজ্ঞানত পোৱা দৰে প্ৰমাণ সিদ্ধও হোৱা নাই; কিন্তু এইটোৱেই স্বাভাৱিক। কিয়নো বিষটো সিবিলাকতকৈ সম্পূৰ্ণ পৃথক আৰু ইয়াৰ প্ৰবেশ আৰু প্ৰয়োগো সেইবাবে পৃথক। মানুহৰ বোধগম্য বস্তুবোৰ ব্যাখ্যা কৰি প্ৰমাণ কৰিব পাৰি, কিন্তু তাৰ বাহিৰৰ বস্তু বুজিবলৈ হলে বিশ্বাস আৰু অধ্যৱসায় আৱশ্যক। এই ভক্তিমূলক সাধনা পথত শাস্ত্ৰ আৰু ধৰ্ম্ম গ্ৰন্থবিলাক সহায় স্বৰূপ বুলিব পাৰি, একমাত্ৰ যাৰ সহায়ত মানুহৰ মনে অসীম সত্যৰ আভাস পাব পাৰে। মন আৰু কাৰ্য্য বিশুদ্ধ কৰাৰ প্ৰয়াস আৰু ধ্যান আৰু প্ৰাৰ্থনাৰ দ্বাৰা অৰ্থহীন ভাৱৰ বুৰ্বুৰণি বুলি ভবা

চিন্তাৰ মাজত অৰ্থ আৰু সাৰবস্তু বিচাৰি পোৱা যায় আৰু অস্পষ্টই ক্ৰমে এক নতুন আৰু আচৰিত পোহৰৰ সন্ধান দিয়ে— যাৰ দ্বাৰা আমি নতুনৰ সন্ধান পাওঁ। আমাৰ উপলব্ধি আমি হযতো আনক বুজাব নোৱাৰো কিন্তু তেনেকৈয়ে আমি পূৰ্ব্ব পুৰুষসকলৰ সেই দিব্যদৃষ্টি লাভ কৰিব পাৰো।

যি কোনো ধৰ্ম্ম বুজিবলৈ হলে নম্ৰ আৰু ভক্ত মনৰ আৱশ্যক। যদি আমি আৰম্ভৰে পৰা সন্দেহ কৰো যে এই ধৰ্ম্ম প্ৰতিস্থাপক প্ৰচাৰকসকল কিছুমান কৌশলী প্ৰৱঞ্চক মাথোন, নিজৰ অথবা এটা সম্প্ৰদায়ৰ সুবিধাৰ হকে এইদৰে কিছুমান কৌশল কৰিছে আৰু বাকীবোৰ মূৰ্খৰ দৰে ইহঁতক শ্ৰদ্ধা ভক্তি কৰিছে তেন্তে সেইটো আমাৰ এটা ডাঙৰ মূৰ্খামি হব। যি সকলৰ জ্ঞান-বুদ্ধি আমি উত্তৰাধিকাৰী সূত্ৰে লাভ কৰিছো, আমাৰ সেই পূৰ্ব্ব পুৰুষসকল, প্ৰাচীন কালৰ লোক-সমাজ আমাৰ দৰেই বাস্তৱ মনৰ আছিল। আমাৰ দৰেই তেওঁলোকৰ মানৱ আৰু পদাৰ্থৰ সত্যস্বৰূপ জানিবলৈ আগ্ৰহ আছিল আৰু ইযাকো কব পাৰি যে আমাৰ দৰেই তেওঁলোকো সন্দেহী আছিল। সম্ভৱতঃ আমাৰ দৰেই তেওঁলোকৰ জ্ঞান-শক্তি আছিল আৰু পৰীক্ষা কৰিবৰ বাবে আমাতকৈ বহুত বেছি সময় আছিল। অনিষ্টক বাধা দিব পৰা সাহসী আৰু বুদ্ধিমানলোক তেওঁলোকৰ মাজত নাছিল বা তেওঁলোক মূৰ্খ আছিল বুলি ভবাটো তেনেই ভুল ধাৰণা। যি কোনো দেশতে সৰ্ব্বসাধাৰণে ধৰ্ম্মক যি ভক্তি-অৰ্ঘ্য দি আহিছে তাৰ মূলত, প্ৰথমতঃ ব্যক্তিগত সংস্পৰ্শ আৰু পিছত পুৰুষানুক্ৰমিক অভিজ্ঞতাৰ দ্বাৰা তেওঁলোকে বুজি পাইছে যে ধৰ্ম্মৰ প্ৰতিস্থাপক আৰু প্ৰচাৰক সকল সাধু, সৰল, গভীৰ, চিন্তাশীল আৰু প্ৰকৃত অনুকৰণ-যোগ্যলোক। ধৰ্ম্ম বিষয়ে অধ্যয়ন কৰোঁতে মনত সন্দেহ লৈ থকা অকল ভুলেই নহয়, ই সেই ধৰ্ম্মক বুজাতো বাধা দিয়ে। নিঃসন্দেহে অন্যান্য প্ৰতিষ্ঠান সমূহৰ দৰেই স্বাৰ্থ আৰু সম্প্ৰদায়গতবিদ্বেষে ধৰ্ম্মকো কলুষিত কৰিছে। কিন্তু পিছৰ কলঙ্কক আগৰ নিষ্কলুষ ধৰ্ম্মৰ লগত সনা আৰু ধৰ্ম্মৰ মূলত ভণ্ডামিৰ অপবাদ দিয়াটো অনুচিত আৰু সত্যানুসন্ধানৰ পক্ষে একেবাৰে অবৈজ্ঞানিক। মহৎ চিন্তাৰ অৱদান যোগাওঁতা আমাৰ জন্মভূমিৰ এই ঋষিসকল ঋষিৰ বাহিৰে আন নহয়। ভক্তি আৰু শ্ৰদ্ধা অন্তৰত লৈহে আমি প্ৰাচীন শাস্ত্ৰ এখন অধ্যযন কৰিবলৈ আগবাঢ়িব পাৰো।

বৰ অনুতাপৰ কথা যে আমাৰ ছাত্ৰ-ছাত্ৰীসকলে গীতা আৰু হিন্দু-ধৰ্ম্মৰ মূল-নীতি সম্পৰ্কে, ইয়োৰোপীয় ছাত্ৰসকলে বাইবেলৰ বিষয়ে বা খৃষ্টান ধৰ্ম্ম বিজ্ঞান সম্পৰ্কে যিমান জানে তাতকৈ বহুত কম জানে। সৰ্বোৎকৃষ্ট বিচাৰকসকলেও স্বীকাৰ কৰে যে হিন্দু-ধৰ্ম্ম বুদ্ধি আৰু চিন্তাশক্তিৰ সৰ্বোৎকৃষ্ট প্ৰচেষ্টাৰ ফল। পাশ্চাত্য জগতৰ যি কোনো জাতিৰ ছাত্ৰ-ছাত্ৰীসকলে আমাৰ এই দৰ্শন লাভ কৰিব পাৰিলে নিজকে সাম্ৰাজ্যৰ অধিকাৰী বুলি গৰ্ব্ব কৰিব পাৰিলেহেঁতেন। এই প্ৰবন্ধৰ মূল উদ্দেশ্য হৈছে যাতে আমাৰ ছাত্ৰ-ছাত্ৰীসকলে সেই গভীৰ চিন্তাৰ অমূল্য-ধন কিছুপৰিমাণে হলেও বুজিব পাৰে।

> "সূৰ্য্যৰ নিচিনা প্ৰকাশ স্বৰূপ, সকলো অন্ধকাৰৰ পৰা যিজন আঁতৰত, সেই পৰমাত্মা পৰম-পুৰুষক মই জানিছোঁ।—মই মুক্ত। তেওঁক জনাৰ বাহিৰে মুক্তিৰ আৰু আন উপায় নাই।"—যজুৰ্বেদ॥

# মহাপুৰুষ শ্ৰীমাধৱদেৱ

শ্ৰীবসন্ত মঙ্গল লেওগ

**ন্ম আৰু উপৰি পুৰুষ :** শ্ৰীশঙ্কৰ দেৱ আৰু শ্ৰীমাধৱ-দেৱৰ উপৰি পুৰুষ আদিতে কনৌজপুৰত একেলগে আছিল। পাছত যেতিয়া শ্ৰীশঙ্কৰদেৱৰ পূৰ্ব্বপুৰুষ ভূঞাবৰ কমতাপুৰলৈ আহিল, বৰ্ত্তমান ভাটিৰ ৰংপুৰ অঞ্চলৰ বান্দুকা নামৰ ঠাইতে মাধৱদেৱৰ পূৰ্ব্বপুৰুষ-সকলে বসতি কৰি থাকিল। তাতে সেই বংশত ৰবকণা-গিৰি ভূঞাৰ জন্ম হয়। ডেকা কালত তেওঁৰ পৰিবাৰ দুৰাত ৰবপুতেক ৰূপচন্দ্ৰগিৰিৰ বিয়া পাতি দি তেওঁ উজনিলৈ আহে। উজনিৰ ৰবদোৱাত কিছুকাল থকাৰ পাছত তাতে ৰবকণাগিৰিয়ে দ্বিতীয়বাৰ বিয়া কৰায়, আৰু কছাৰীসকলে ৰবদোৱা লুটপাত কৰাত তেওঁ আৰপৰা গৈ বৰ্ত্তমান উত্তৰ লক্ষীমপুৰৰ নাৰায়ণপুৰ অঞ্চলৰ বালিগাওঁ নামৰ ঠাইত বসতি কৰেগৈ আৰু তাতেই মাধৱদেৱৰ জন্ম হয়। কোনো কোনো চৰিত লেখকৰ মতে—

"চৌদ্দশ আঠাৰ অব্দে জৈষ্ঠ মাস নিশি।
কৃষ্ণপক্ষ ৰবিবাৰ প্ৰতিপদ শশি॥
সি সময়ে মাধৱদেৱ প্ৰকাশ ভৈলন্ত।"

কিন্তু ৰামানন্দ দ্বিজৰ মতে—

"শুক্ল নৱমীত জানা বৈশাখ মাসত।
দিবা ভাগে জন্মিলন্ত দুই প্ৰহৰত॥"

**ল্ৰোকাল আৰু শিক্ষা :** অলপ জনা-বুজা হলত পিতাকে মাধৱদেৱৰ উপযুক্ত শিক্ষাৰ দিহা কৰিলে।

"পাছে গুৰুগৃহে শাস্ত্ৰ পঢ়িলন্ত যত।
ব্যাকৰ্ণ পুৰাণ কাব্য কোষ ভাগৱত॥
পাছে পঢ়াইলন্ত পিতৃ কায়স্থ শাস্ত্ৰক।
পণ্ডিত হইবাক লাগি আপোন পুত্ৰক॥"

মাধৱদেৱে লৰাকাল-ছোৱা বৰ দুখত কটাব লগীয়া হয়। পিতাকে ডেকা বয়সত উজনি আৰু বান্দুকাৰ ভিতৰত অহা-যোৱা কৰি বেহা-বেপাৰ কৰিছিল। তেওঁ বুঢ়া হলত চালুকীয়া মাধৱদেৱে পিতৃ-মাতৃ দুয়োৰো ভৰণ-পোষণৰ বাবে কঠোৰ পৰিশ্ৰম কৰিব লগা হয়। কিছুদিনৰ পাছত উজনিৰ হাবুং নামৰ ঠাইত মাধৱদেৱৰ ভণীয়েক উৰ্ব্বশীক ৰামদাসলৈ বিয়া দিয়া হয়। মাককো ভণীয়েকৰ লগত থৈ তেওঁ পিতাকৰ দৰে উজনি আৰু বান্দুকাৰ ভিতৰত অহা-যোৱা কৰি বেহা-বেপাৰ কৰিবলৈ ধৰিলে।

**শঙ্কৰ মাধৱৰ মিলন :** এই কালত শ্ৰীশঙ্কৰদেৱ ধুঞাহাটত আছিল। ৰামানন্দ দ্বিজৰ মতে বেহা-বেপাৰ কৰি বান্দুকালৈ যাওঁতে মাধৱদেৱ বৰ টান নৰিয়াত পৰিল। ককায়েক ৰূপচন্দ্ৰগিৰি আৰু বৌয়েকৰ যত্নত কথমপি আৰোগ্য হ'ল। তাৰ পাছত গোঁসানীৰ আগত বলি দিবলৈ ভাল চাই দুটা ছাগলী আনিবলৈ বৈনায়েকক কলে,—

"শুক্ল ছাগ দুই গোটা আনিবাহা চাই।
ৰজতৰ শৃঙ্গ মই আনিবো গঢ়াই।"

দৈত্যাৰি ঠাকুৰৰ মতে মাধৱদেৱৰ মাকৰ নৰিয়াতহে এই বগা ছাগলি দুটা গোঁসানীলৈ আগবঢ়োৱা হৈছিল। যি হওক বৈনায়েক গয়াপাণি বা ৰামদাসে সেইমতে ছাগলী নানি মহাপুৰুষ শঙ্কৰদেৱে মনা কৰা বুলি কলে।

"ক্ৰোধিয়া মাধৱে বাক্য বুলিলা তহিতং।
মোতকৰি আছে কোন বাপেৰ পণ্ডিত॥
হোকোৰা কুটীয়া তুমি বুদ্ধিত পাগল।
কিয় আনি নেদা মোক বলিৰ ছাগল॥"

বৈনায়েকে কলে—

"মোহোৰ আগত দেখুৱাহা বৰগোট।
শঙ্কৰক লগ পাইলে হইবা লোট-সোট ॥"

তাৰ পাছদিনা পুৱাই গযাপাণি আৰু মাধৱদেৱ শঙ্কৰদেৱৰ ওচৰলৈ গল আৰু শঙ্কৰ মাধৱৰ তৰ্ক আৰম্ভ হল—

'মাধৱে শাস্ত্ৰক দেখাই প্ৰবৃত্তি কহন্ত।
নিবৃত্তি দেখাই তাক শঙ্কৰে খণ্ডন্ত ॥
প্ৰভাতৰে পৰা তিনি পৰ বেলি গৈল।
দুইহন্তৰো কথা সাঙ্গ তথাপি নভৈল ॥"

শেষত শঙ্কৰদেৱে ব্ৰহ্মাস্ত্ৰ স্বৰূপে ভাগৱতৰ মূল শ্লোকটি মাতিলে। তাৰ অৰ্থ—

"বৃক্ষৰ মূলত যেন দিলে আনি জল।
হোৱয তৃপিতি তাৰ পত্ৰ পুষ্প-ফল ॥
ডালে পাতে সিঞ্চে যদি মূলতে নেদয।
কদাচিতো ডালে-পাতে তৃপিতি নহয় ॥
ক্ষুধাতুৰ নৰে যদি অন্নক ভুঞ্জয়।
তৃপিতি হোৱন্ত ইন্দ্ৰিচয় আতিশয় ॥
ভোজন বিহীনে পিন্ধে বস্ত্ৰ অলঙ্কাৰ।
ইন্দ্ৰিয়ৰ কিছু প্ৰীতি নহয তাহাৰ ॥
কৃষ্ণক পূজিলে সমস্তৰে পূজা হয়।
পৃথকে পূজিলে পূজা কোন নলৱয ॥"

শঙ্কৰদেৱে এই শ্লোক মাতিলত মাধৱদেৱে—

"মনে গুৰু মানি তেতিক্ষণে উঠিলন্ত।
শঙ্কৰদেৱক নমস্কাৰ কৰিলন্ত ॥
বোলন্ত শঙ্কৰদেৱে যাইবন্ত জানিলোঁ।
মাধৱে বোলন্ত গুৰু তোমাক মানিলোঁ ॥"

সেইদিনাই আহি মাধৱদেৱে তেওঁৰ জোবোন পিন্ধোৱা কন্যা পৰিত্যাগৰ সংকল্প কৰি গুৰু-সেৱা[illegible] জীৱন উছৰ্গা কৰিবলৈ থিৰ কৰিলে।

**মাধৱদেৱৰ গীত-পদ আদি :** ধৰ্ম্মক্ষেত্ৰ কৰ্ম্মক্ষেত্ৰ[illegible] দৰে সাহিত্য-ক্ষেত্ৰতো মাধৱদেৱৰ ঠাই শঙ্কৰদেৱ[illegible] পিছতে। মাধৱদেৱৰ নামঘোষা ধৰ্ম্মৰ দৰে সাহিত্য[illegible] থাপনা পাতি পূজা কৰিব লগীয়া। তাৰ পাছ[illegible] তেওঁৰ ভক্তি ৰত্নাৱলী, জন্ম-ৰহস্য, ৰাজসূয়-যজ্ঞ আ[illegible] কাব্য আৰু চোৰ-ধৰা, পিপৰা-গুচোৱা, দধি-মথন[illegible] ভূমি-লেটোৱা, অৰ্জ্জুন-ভঞ্জৰ, ভূষণ-হেৰোৱা, কো[illegible] খেলা, ভোজন ব্যৱহাৰ আদি অঙ্কীয়া নাট অসমী[illegible] সাহিত্যৰ অমূল্য সম্পদ। ইয়াৰ উপৰিও মাধৱদে[illegible] আদিকাণ্ড ৰামাযণ, অসংখ্য অনুপম বৰগীত 'আ[illegible] ভটিমা আদি ৰচনা কৰে।

**মাধৱদেৱৰ মৃত্যু :** ১৫১৮ শকৰ ভাদ মাহৰ [illegible] পঞ্চমীৰ বেলা ডেৰ পৰত কোচবিহাৰৰ ভেলা গা[illegible] মাধৱদেৱে মানৱলীলা সম্বৰণ কৰে।

কুকুৰক খাই হেনয় চণ্ডাল
শুদ্ধ হয় অতিশয়।
সোমপান কৰে যিটো মহাযজ্ঞ
তাৰ প্ৰতি যোগ্য হয় ॥
তোমাৰ নামৰ অনন্ত মহিমা
আচাৰ্য্য অতি পৰম।
নাম মাত্ৰ লৈলে চণ্ডাল দেহতে
হোৱে মহা শ্ৰেষ্ঠোত্তম ॥

(হৰিকীৰ্ত্তন মাহাত্ম্য) ভক্তি-ৰত্ন

# দীনবন্ধু

শ্ৰীমতী শশীপ্ৰভা শইকীয়া

বাপুকণহঁতৰ পজাঁটো গোলাঘাটৰ মুদৈচুক গাওঁখনৰ এমূৰে। তাত থাকে সি আৰু তাৰ মাক জেতুকী। বাপুকণ ৬ মহীয়াতে তাৰ বাপেক ঢুকাল। সেইদিন ধৰি জেতুকীয়ে তাক বুকুত বান্ধি লোকৰ ঘৰে ঘৰে ধান বানি, পানী আনি খুজি-মাগি তাক দাঙৰ-দীঘল কৰিছে। সি এতিয়া ৩ বছৰীয়া হৈছেগৈ। বাপুকণ জেতুকীৰ চকুৰ মণি আচঁলৰ ধন, তাইৰ দুৰ্ভগীয়া জীৱনৰ আশাৰ বন্তি।

তাৰ বয়স ৭ বছৰ হ'লত. তাই বহুত কষ্টেৰে খুজি-মাগি কাম-বন কৰি পয়চা কেটামান গোটাই এদিন ক, খ, কিতাপ এটা, ফলি এখন, ফলিগুটি এডাল কিনি আনি তাক ওচৰৰে পাঠশালা এখনত নাম লগাই দিলেগৈ। তাইৰ আশা বাপুকণে পঢ়ি-শুনি ডাঙৰ মানুহ হব তাই সুখৰ মুখ দেখিব।

আবেলি পৰত সি পঢ়াশালিৰ পৰা ঘূৰি আহিল। মাকে তাক মৰম কৰি গালে-মুখে হাত ফুৰাই সুধিলে—আজি কি কি পঢ়িলা সোণাই পঢ়াশালিত তোমাৰ ভাল লাগিছিল নে? তাৰ পিচত লৰালৰিকৈ তাক হাতভৰি কেইটা ধুৱাই কৰ্কৰা ভাত দুটামান আৰু জিকা কলি, বেঙেনা কলি পোৰাৰে খাবলৈ দিলে। খুৱাই বুৱাই তাক ধেমালি কৰিবলৈ দি তাই খৰধৰকৈ ঘৰৰ কাম-বন-খিনি কৰি, ভাত কেইটা বহাই দিলে, বাপুকণে টোপ-নিয়াৰ, পঢ়াশালিৰ পৰা আহি তাৰ ভাগৰ লাগিছে দেহি। ভাত হ'ল। সন্ধ্যা লাগি ভাগিছে, বাপুকণক ভাত দিলে। অকণমানি পঁজাটোৰ যিখিনি কাম বাকী আছিল কৰি মেলি তাই দুৱাৰখনত দাংডাল মাৰি নিজেও দুটামান খালে। খাই বৈ মাক-পুতেক দুয়ো চাৰি-পাতিখন জোকাৰি শুলেগৈ। বাপুকণক বুকুতে লৈ জেতুকীয়ে তাক পঢ়াশালিৰ কথা নিতৌ সুধিবলৈ ধৰিলে। তাৰ আজি পঢ়াশালিত কেনেকুৱা লাগিছি'ল তাত লৰা কিমান, পণ্ডিতজন কেনে? তাক খং কৰিছিল নেকি ইত্যাদি।

সি এবাৰ কলে বৌ, মই কাইলৈ হ'লে পঢ়াশালিলৈ নেযাওঁ। সেই মুকলি পথাৰখনৰ বাঁহনি দবাৰ ওচৰত মোৰ বৰ ভয় লাগে। তাই ক'লে, অ-আই! কিয় সোণ, তেনে কথা কৱ নেপায় নহয়, তোমাৰ যদি ভয় লাগে দীনবন্ধুক মাতিবা, তেতিয়া আৰু ভয় নেলাগে। পঢ়াশালিলৈ যাবা লেখা-পঢ়া কৰিলে মানুহৰ গিয়ান হয় ডাঙৰ মানুহ হৈ সুখত থাকিবলৈ পাই। নেযাওঁ বুলি নকবা দেই, আজিৰ পৰা বাৰু ভয় লাগিলে দীনবন্ধুক মাতিবা তেতিয়া ভয় নেলাগে।

পিচদিনা আকৌ মাকে পিন্ধাই-উৰাই বাপুকণক পঢ়াশালিলৈ পঠালে, সেই বাঁহনি দবাৰ ওচৰত তাৰ ভয় লাগিল, মাকে কোৱামতে সি অ, "দীনবন্ধু" কৈ ৰিঙিয়াবলৈ ধৰিলে, আৰু সঁচাকৈ মানুহ এজন ওলাই আহি তাক সুধিলে--কি হ'ল মইনা তোমাৰ ভয় লাগিছে নেকি? একো ভয় নাই বলা মই তোমাক আগবঢ়াই দিওঁ। সেইদৰে বাপুকণ পঢ়াশালিলৈ গৈ আছে, এতিয়া আৰু তাৰ ভয় নেলাগে।

কেইদিনমানৰ পিচত মাকে তাক সুধিলে—অ, বোপাই এতিয়া তোৰ ভয় নেলাগে নহয়? সি কলে--বৌ ওহোঁ এতিয়া ভয় নেলাগে, সেই বাঁহনি দবাৰ ওচৰৰ পৰা মোক সদায় দীনবন্ধুৱে আগবঢ়াই দিয়ে নহয়। মাকে হিচুক্তি খাই কলে, সঁচানে, তইনো দীনবন্ধু ক'ত পালি?—কিয় তই যে কৈছিলি ভয় লাগিলে দীনবন্ধুক মাতিবি। মোৰ সেইখিনিতে ভয় লাগিলে দীনবন্ধু. দীনবন্ধু বুলি ৰিং ধৰো আৰু দীনবন্ধুৱে মোক নিতৌ পঢ়াশালিত থৈ আহেগৈ। জেতুকী



কাৰিকৰী বিদ্যালয়



কাৰিকৰী বিদ্যালয়



মৰঙ্গা স্কুল প্ৰাঙ্গণত স্বাধীনতা দিবসপালন



মৰঙ্গা গ্ৰামোন্নয়ন কেন্দ্ৰ

আচৰিত হ'ল আৰু কলে হেৰ বোপাই তোৰ দীনবন্ধুক মোক দেখুৱাব পাৰিবি নে ? কিয় নোৱাৰিম। কাইলৈ মোৰ লগত ওলাবি। পিছদিনা মাক তাৰ লগতে গ'ল আৰু বাঁহনিৰ ওচৰ পালতে সি দীনবন্ধু বুলি বিজ্ঞিয়ালে আৰু দীনবন্ধু ওলাল, বাপুকণে মাকক কলে সৌৱা চা দীনবন্ধু আহিছে, মাকে কিন্তু কাকো নেদেখিলে, তেতিয়া মাকে তাক সাবটি ধৰি কলে, "বোপাই মই পাপিনীয়ে ক'ত দেখিম তই ধন্য, তোৰ পুণ্যৰ বলত দেখিছ। আজিৰ পৰা তই মোক উদ্ধাৰ কৰিলি।"

এইদৰে বাপুকণ পঢ়াশালিলৈ গৈ আছে, এদিন পণ্ডিতে সকলো ছাত্ৰকে কলে, কাইলৈ সৰস্বতী পূজা। কাইলৈ তহঁতে সকলোৱে কল কুঁহিয়াৰ গাখীৰ-পানীয়ে যেনেকৈ পাব লৈ, সোনকালে ৰাতিপুৱাতে আহিবি। বাপুকণ পিছদিনা পঢ়াশালিলৈ যাওঁতে বৰ মনমাৰি গৈ আছে কাৰণ সি লৈ যাবলৈ একো নেপালে। সেই বাঁহনিৰ গুৰিতে দীনবন্ধু ওলাই তাক সুধিলে, বাপু, তই দেখোন আজি বৰ মনটো মাৰি আছ কি হৈছে ? তেতিয়া সি কলে আজি পঢ়াশালিত সৰস্বতী পূজা। পণ্ডিতে সকলো ছাত্ৰকে কল-বন উপহাৰৰ বস্তু লৈ যাবলৈ কৈছে। মই একোকে আনিব নোৱাৰিলোঁ মনতো বেয়া লাগিছে, আজি পণ্ডিতে মোক বৰ খং কৰিব। দীনবন্ধুৱে কলে অ' তই একো নেপালি, বাৰু একো কথা নাই মই গাখীৰ অকণমান দিওঁ তাকে লৈ যা, এইবুলি তাক মহটকামান ধৰা ঘটি এটাত গাখীৰ এঘটি আনি দিলেহি আৰু কলে ইয়াকে লৈ যা। সি পঢ়াশালি পালেগৈ, সকলো ছাত্ৰই নানা বস্তু লৈ আহিছে, তাক কি আনিছ বুলি পণ্ডিতে সুধিলত সি গাখীৰৰ ঘটিটো দিলে পণ্ডিতে দেখিয়েই মুখবিকটাই পেলালে, এইকণ গাখীৰ তই কাৰ নাকত দিবলৈ আনিছ টোকোনা লাজ নেলাগে ? সেই বুলি গাখীৰৰ ঘটি লৈ আন গাখীৰৰ লগত বাকি দিলেগৈ, কিন্তু ঘটি খালি নহয়হে নহয়, গাখীৰ ওলাই আছে গাখীৰৰ টৌতো ভৰি বাগৰি গৈছে, তথাপি ঘটি খালি নহয়। পণ্ডিত ছাত্ৰ এটাইবোৰ আচৰিত হ'ল বাপুকণক কলে এইয়া গাখীৰ ক'ত পালি, সি কলে মোক দীনবন্ধুৱে দিছিল। হেৰ, কোন দীনবন্ধু, ক'ত আছে। সি কলে সেই বাঁহনি দৰাৰ ওচৰতে দীনবন্ধু থাকে মোক নিতৌ পঢ়াশালিত আগবঢ়াই থযহি। তেতিয়া এটাইবোৰ বিচূৰ্ত্তি হৈ কলে হেৰৌ আমাক দেখুৱাব পাৰিবিনে তোৰ দীনবন্ধু—ব'ল ব'লছোন আমাকো দেখুৱা বুলি এটাইবোৰে তাক লৈ বাঁহনিৰ ওচৰ পালেগৈ, আৰু বাপুকণে কলে, সেইয়া মোৰ দীনবন্ধুকাই, কিন্তু তাৰ বাহিৰে দীনবন্ধুক কোনেও নেদেখিলে। তেতিয়া পণ্ডিতে তাৰ ভৰিত গৰামাৰি ধৰি কান্দিবলৈ ধৰিলে কলে তুমি পুণ্যবান জীয় মোৰ দোষ-ভাৰ ক্ষমা কৰিবা বাপুকণৰ দৰে আত্মবিশ্বাস ৰাখি একান্তমনে ভগৱান বিচাৰিলে সকলোৱে পাব। সংসাৰৰ বহুত বিপদ আপদত পৰিত্ৰাণ পাব।



# শ্ৰীমন্ত শঙ্কৰ

শ্ৰীজীৱন চন্দ্ৰ গোস্বামী।

আন্ধাৰে আবৰি থকা অসমীৰ প্ৰাণ
নিজ্ জ্যোতি বিভূষিত পুৰুষ প্ৰধান,
জাতি-কুল ধৰমৰ ঠেলি ব্যৱধান
সবাকো সমান কৰা, মুক্তিৰ সংগ্ৰাম।

তেৱেঁই শঙ্কৰ গুৰু, জগতৰ প্ৰাণ
নাম ধৰ্ম্ম ভকতিৰ অনাৱিল দান,
ধৰমৰ কৰমৰ সামাজিক জীৱনৰ
পথ প্ৰদৰ্শক তেওঁ, পুৰুষ মহান।

লক্ষ্যভ্ৰষ্ট অসমৰ আন্ধাৰ বুকুত
তুমিযেতো ধ্ৰুৱতৰা শ্ৰীমন্ত শঙ্কৰ,
তুমিযেতো সংস্কাৰক, গুঢ়তত্ত্ব বিচাৰক
ভাগৱত ভক্তি তত্ত্ব, মুক্তি মনুষ্যৰ।

নশ্বৰ দেহাৰ ভাৰ ধৰণীত থই,
আছা মনো মন্দিৰত, দিব্য জ্যোতি হই।

---

# অসমৰ বৈষ্ণৱ ধৰ্ম্মৰ আলোচনা

শ্ৰীশ্ৰীবংশীধৰ দেৱ সত্ৰাধিকাৰ।

প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনাতন,
সৰ্ব্ব অৱতাৰৰ কাৰণ নাৰায়ণ।

যি জনা জগতত সদায় আছে, আগলৈকো থাকিব, কিন্তু চকুৰে নেদেখো, যি জগত নিৰ্ম্মল কৰে, যি পৃথিৱীখন ধৰি আছে, সংসাৰ নিয়ামক কৰি কৰ্ম্মময় পাসাৰে বান্ধি জীৱক পৰিচালনা কৰিছে, সেই অনন্ত চৈতন্য সত্যসনাতনৰ চৰণ প্ৰসঙ্গে নমস্কাৰ কৰোঁ। সৰ্ব্বব্যাপক ভাৱে জীৱৰ শৰীৰত চেতনা শক্তি দি জগত সৃজনা কৰিছে, যি জগতক ধৰিছে, সেযে হল ধৰ্ম্ম। যেনে ধৃ+ইন=ধৰ্ম্ম বা যাক আশ্ৰয় কৰি কৰ্ম্মময় সংসাৰত বিচৰণ কৰে সিয়েই ধৰ্ম্মৰ এটা ৰূপ। জীৱই ধৰ্ম্মৰ ৰূপত প্ৰবৃত্তি নহলে সংসাৰত স্থিতি হৈ থাকিব নোৱাৰে। যেনে—

তুমিসে সৃজনা চৰাচৰ দেহাজত।
সমস্ত ঐশ্বৰ্য্য ভাৱে আছা সমস্তত॥
জীৱ অঙ্গে তুমি প্ৰৱেসিয়া গাৱে গাৱে। (কীৰ্ত্তন)

এতেকে জগত কৰ্ত্তাই প্ৰাণীৰ গাৱে গাৱে বিৰাজ হৈ থকাত জীৱই চেতনা লাভ কৰি সংসাৰত আছে। মনুষ্য সৰ্ব্বজীৱৰ শ্ৰেষ্ঠতম। যেনে—

সামান্য প্ৰাণীত কৰি বৃক্ষ লতাবৰ।
সৰ্প আদি শৰীৰ তাহাত শ্ৰেষ্ঠতৰ॥

ইত্যাদি কৰি মনুষ্য সৰ্ব্বশ্ৰেষ্ঠ কিন্তু ঈশ্বৰৰ বাক্য

অর্থাৎ কৰ্ত্তব্যৰ পৰা যদি পিচলি যোৱা হয় তেন্তে শ্ৰেষ্ঠৰ গুণো তাত থাকিব নোৱাৰে।

জীৱ আৰু ঈশ্বৰৰ যি প্ৰভেদ তাক বিচাৰি উলিওৱা সহজ নহয়। কিন্তু জীৱ আৰু ঈশ্বৰৰ প্ৰভেদ বুজি নললেও মনুষ্যত্ব নেথাকে। এই উভয় কথাৰ পৰাই শাস্ত্ৰৰ নিৰ্ম্মাণ। যেনে—

কালে জগতৰ বুদ্ধি কৰিবেক হানি।
বেদৰ অৰ্থক নুবুজিবে একো প্ৰাণী॥
হেন দেখি হুয়া হৰি ব্যাস কৃপাময়।
শাখা ৰূপে বিভাগ কৰিবে বেদ চয়॥
(ভাগৱত, ২য় স্কন্ধ)

সেই বেদৰ শাখা-প্ৰশাখা কালক্ৰমে ইমান বৃদ্ধি হল যে—ধৰ্ম্মৰ কিমান ৰূপ তাৰ অন্ত নোহোৱাত পৰিল। আনহাতে—

সত্যযুগে প্ৰথমত ব্ৰহ্মা আদি দেৱৰত
হৰিনাম কৰিলা গুপুত,....।

দেৱতাসকলে ভোগৰ আশাৰে ঈশ্বৰৰ আদেশ অনুসৰি আগমৰ দ্বাৰাই নিগম লুপ্ত কৰি জগতত নানা প্ৰকাৰৰ ভোগ বিলাসেৰে সজাই পৰাই ধৰ্ম্মৰ নানা ৰূপ দেখুৱাত জীৱই মূল বাট এৰি বিপথগামী হল।

ঈশ্বৰ অৱতাৰৰ কাৰণ:—

তোমাৰ ভকতি পথক পাষণ্ডে
কৰয় যেবে উচন্ন,
সন্তৰ ৰক্ষাৰ হেতু অৱতাৰ
ধৰা প্ৰভু নাৰায়ণ। (কীৰ্ত্তন।)

যি সময়ত অধৰ্ম্মৰ সংখ্যা বাঢ়ি ধৰ্ম্ম লোপ হয়, তেতিয়া ঈশ্বৰ অৱতাৰৰ কাৰণ হৈ পৰে। এতেকে ঈশ্বৰ নিৰ্গুণ হলেও গুণৰ অসীম। ঈশ্বৰ অৱতাৰ হৈ যি লীলা কৰে সেয়ে হল ঈশ্বৰৰ লীলা। ঈশ্বৰৰ লীলা গুণ-কীৰ্ত্তন, পূজা, ধ্যান, যজ্ঞ ইত্যাদি যুগ-ধৰ্ম্ম অনুসৰি কৰা হল কৰ্ম্ম, সেই কৰ্ম্ম অনুশাসিত জীৱই ঈশ্বৰৰ প্ৰাপ্ত হবে। কিন্তু কৰ্ম্ম সদায় যে ঈশ্বৰক লাভ কৰাত সহায় হব এনে নহয়। কৰ্ম্মই মানুহক নানা প্ৰকাৰ বিঘিনিয়ো ঘটায়।

যেনফল পাৱে সত্য যুগে ধ্যান কৰি।
মহা মহা যজ্ঞে ত্ৰেতা যুগে পৰিহৰি॥
যেন গতি পাৱে পূজা কৰি দ্বাপৰত।
পাৱে সব ফল কলিযুগে কীৰ্ত্তনত॥ (ৰত্নাৱলী)

আকৌ যুগ-ধৰ্ম্মৰ নিৰ্ণয় এনে দৰে—

সত্যযুগে ধ্যান ত্ৰেতাযুগে যজ্ঞ,
দ্বাপৰত পূজা কলিত কীৰ্ত্তন।

এই যুগ-ধৰ্ম্ম অনুসৰি কৰ্ম্ম নকৰি যদি এটা যুগৰ কৰ্ম্ম আন এটা যুগত আচৰণ কৰে সেই কৰ্ম্মৰ পৰা কেতিয়াও সুফল প্ৰাপ্ত নহয়। কলিযুগত অশ্বমেধ যজ্ঞ কৰাত জন্মিজয়ে ব্ৰহ্মবধ কৰিলে। পাচত শ্ৰৱণ কীৰ্ত্তনৰ দ্বাৰাই ব্ৰহ্মবধ পাপৰ পৰা মুক্তিলাভ কৰিলে। এনেবোৰ প্ৰমাণ শাস্ত্ৰত ভুৰি ভুৰি পোৱা যায়।

যেতিয়া আৰ্য্য সমাজৰ বিস্তাৰ হয়, তেতিয়া আৰ্য্য সমাজৰ ভিতৰত সকলোৱে ব্ৰহ্মজ্ঞানী আছিল। অনাৰ্য্যৰ ভিতৰত আনকি ভাত ৰান্ধি খাব নাজানিছিল। সেই সময়ত যিবিলাক কৰ্ম্মৰ দ্বাৰা সমাজ ৰক্ষা কৰিছিল, বৰ্ত্তমান তেনে কৰ্ম্ম কৰিবৰ প্ৰয়োজন নাই। কাৰণ কুৰি শতিকাৰ লগত আগৰ কথা একেবাৰে অমিল। যি সময়ত মানুহে ঘৰ সাজিব, খেতি কৰিব বাণিজ্য বা কোনো জীৱিকাৰ উপায় অৱলম্বন কৰিবৰ ক্ষমতা নাছিল, তেতিয়াৰ লগত আজিৰ মানুহ উৰি ফুৰিব পৰা দিনৰ কথাৰ লগত নিতান্ত অমিল হব। সেই আৰ্য্য সমাজৰ দ্বাৰাই দেশৰ সকলো কথা পৰিচালিত হব লগা হৈছে। সেই কাৰণে আৰ্য্যসকলৰ একোখন সজা সমাজ বা দল। উদাহৰণ স্বৰূপে শৌণকাদি অষ্টাশী সহস্ৰ ঋষিয়ে নৈমিষা সত্ৰত সূতৰ মুখে পুৰাণ শুনি আছে। যজ্ঞাদিও কৰিছিল। সেই নিচিনা একোখন ঋষি-সমাজৰ উপদেশ আচৰণ কৰি প্ৰজাসকলৰ মাৰ যেনে ব্ৰহ্মচাৰ্য্য, বানপ্ৰস্থ, গৃহী আৰু সন্যাস এই চাৰি আশ্ৰমৰ কোনো এক অংশ গ্ৰহণ কৰি পাৰত্ৰিক

কৰিছিল। কিন্তু আজি কলিযুগ। এই যুগত সেই চাৰি আশ্ৰমৰ কৰ্ম্ম আচৰণ কৰিবৰ ক্ষমতা নাই। গতিকে যুগ-ধৰ্ম্ম অনুসৰি কৰ্ম্ম কৰিবই লাগিব।

আগতে উনুকিয়াই অহা হৈছে যে যেতিয়া অধৰ্ম্ম বেছি হয় তেতিয়া ঈশ্বৰ অৱতাৰৰ কাৰণ হৈ পৰে। এই কলিযুগত মানুহ সদাই পৰশ্ৰীকাতৰ সেই কাৰণে অনেক ভোগৰ অভিলাষে নানা প্ৰকাৰৰ কৰ্ম্মই মানুহক পশুত্ব প্ৰাপ্ত কৰাইছে। জগতত হিংসা দ্বেষ, লোভ-মোহ, কামক্ৰোধই ধৰ্ম্মৰূপে গণনিয় হল, অশান্তিৰ সৃষ্টি হল। আনকি ভোগৰ আশাত পৰি নৰবলী পৰ্য্যন্ত দিবলৈও মানুহ কুণ্ঠিত নোহোৱা হল। সেই কাৰণে শান্তিৰ পথেদি জগতক জ্ঞান দিবৰ কাৰণে, ১৩৭১ শকত কুসুম্বৰ ভূঞাৰ গৃহত, সত্য সন্ধ্যা আইৰ গৰ্ভত, জগতগুৰু শ্ৰীমন্ত শঙ্কৰদেৱ অৱতাৰ হয়। তেখেতে মানৱ দেহা ধাৰণ কৰিছিল যদিও অলৌকিক ঘটনাৰে মানুহক আচৰিত কৰিছিল, কাজেই তেখেতক ঈশ্বৰ বুলি সকলোৱে মানিছিল। শ্ৰীমন্ত শঙ্কৰ গুৰুৰ জন্ম যদিও ৰজা ঘৰত তেৰাই ৰাজ শাসনৰ যোগ্য যদিও সেই ৰাজ শাসন পৰিত্যাগ কৰি মানুহে কেনেকৈ এই সংসাৰত দুখ নিকাৰৰ পৰা ৰক্ষা পাব পাৰে, তাৰে চিন্তা কৰি অনেক ধৰ্ম্ম সত্ৰৰ তত্ব উদ্ধাৰ কৰিলে আৰু কেইবা বাৰো তীৰ্থ পৰ্য্যটন কৰি নানা দেশৰ অনেক সৎপন্থ, সৎ কৰ্ম্ম সংগ্ৰহ কৰি গোটেই অসম ভূৰি এটা সুসম্পন্ন ধৰ্ম্মৰ প্ৰবল সোঁত বোৱাবলৈ—সেই সোঁত অকল অসমতে বৈ নেথাকি দেশ বিদেশে ব্যাপি গল। তেৰাৰ প্ৰচাৰিত ধৰ্ম্ম জগতৰ মঙ্গলময় আৰু সাহিত্য কৃষ্টি-কলা, সমাজ, দেশ সেৱা ঐহিক পাৰত্ৰিক আদি জগতত যিমানেই থাকিব লগা বস্তু সকলোকে ভাবে ভাবে, পাচিয়ে পাচিয়ে গোটাই এটা বিৰাট অনুষ্ঠান স্থাপন কৰিলে। যি কৰ্ম্মই জগতত সবাকো জীৱন দান দিয়ে সেই শ্ৰীমন্ত শঙ্কৰ গুৰুৰ প্ৰচাৰিত ধৰ্ম্মৰ নাম হল এক শৰণ ভাগৱতী ধৰ্ম্ম।

সেই ধৰ্ম্মৰ মূল কথা হল এক শৰণ। এক নাম, এক কৰ্ম্ম। এক শাস্ত্ৰং দৈৱকী পুত্ৰমেৱকগীতং। মন্ত্ৰোপ্যেকং তস্য দেৱস্য নামং কৰ্ম্মোপ্যেকং তস্য দেৱস্য সেৱা। ইত্যাদি অন্য দেৱদেৱী উপাসা কৰা তেৰাৰ মতৰ সম্পূৰ্ণ বিৰোধী। যথা—অন্য দেবী দেউ নকৰিবা সেউ প্ৰসাদো নাখাইবা তাৰ। গৃহ নপসিবা মুক্তিকো নচাইবা ভক্তি হৈবে ব্যভিচাৰ ॥ অন্য দেউ উপাসা কৰিলে এক শৰণ হব নোৱাৰে আৰু এক শৰণ নহলে ঈশ্বৰক লগ পোৱা দুৰূহ। তেৰাৰ মতত—

বৰ্ণাশ্ৰম আদি যত যাৰ যেন বিধি আছে
তাৰেসে কেৱলে অধিকাৰ,
হৰি নাম কীৰ্ত্তনত নাহিকে নিয়ম একো
এতেকেসে ধৰ্ম্ম মাজে সাৰ ॥ (নামঘোষা)

ইত্যাদি ধৰণে সৰ্ব্বজনে যি ধৰ্ম্ম নিৰ্ব্বিবাদে আচৰণ কৰিব পাৰে। আৰু লিখিছে—

সমস্ত ভূততে ব্যাপি আছো মই হৰি।
সবাকে মানিবা তুমি বিষ্ণুবুদ্ধি কৰি ॥
বিশেষত মনুষ্য গণত যিটো নৰে।
বিষ্ণুবুদ্ধি ভাৱে সৰ্ব্বদায়ে মান্য কৰে ॥ কীৰ্ত্তন।

ইত্যাদি মানৱ সেৱাই যে মানুহৰ মুখ্য ধৰ্ম্ম তাক স্পষ্টভাৱে লিখি থৈছে। সৰ্ব্বসাধাৰণৰ কাৰণে মূৰ্ত্তিপূজা বিধেয়। এই কথাত ধৰ্ম্ম প্ৰচাৰৰ আগতে অনুভৱ কৰিছিল বুলি বোধ হয়। সেই কাৰণে দৌলযাত্ৰাৰ গীত ৰচনা কৰি দৌলৰ ভিঠা বান্ধি দৌলযাত্ৰা কৰে। কিন্তু তাতকৈ ভাৱনাই বিশেষ সহায় কৰিব। সেই কাৰণে অঙ্কীয়া নাট ভাৱনাৰ প্ৰচাৰ কৰে। সেই অঙ্কীয়া নাটৰ সময় বুজি সভাসদক নানা প্ৰকাৰ হিত উপদেশ দিয়া হয়। সেই উপদেশ সূত্ৰধাৰে কয়। কিন্তু সেই নাটসমূহ একোজন বিশিষ্ট ভক্তৰ প্ৰাৰ্থনা মতেহে কৰা হৈছিল। তাৰ বিষয় শেষৰ খবমান গীতত আৰু মুক্তিমঙ্গলত পোৱা যায়। শ্ৰীমন্ত শঙ্কৰ গুৰুৰ প্ৰিয়শিষ্য শ্ৰীমন্ত মাধৱদেৱ তেৰাও অঙ্কীয়া নাট ৰচনা কৰিছিল। শ্ৰীমন্ত মাধৱদেৱে শ্ৰীমন্ত শঙ্কৰদেৱৰ লগৰ ছাঁৰ দৰে সদাই আছিল। আৰু বৈৰাগ্য গুণে এওঁতো কমনতে শ্ৰীমন্ত শঙ্কৰ গুৰুকো

আশ্চৰ্য্য কৰিছিল। সেই কাৰণে তেখেতে বচাপো নাম পাইছিল। তেৱা অকপটভাৱে গুৰু সেৱা কৰাত শেহত শ্ৰীমন্ত শঙ্কৰ গুৰুৰ স্থান লাভ কৰিছিল।

শ্ৰীমন্ত শঙ্কৰগুৰুৰ কৃপাত নগাৱো নৰোত্তম আতৈ, ভোটৰ জয়ৰাম, গাৰোৰ গোবিন্দ আতৈ হৈছিল।

অদৈত্যবাদেই হৈছে ভাগৱতী ধৰ্ম্মৰ তাতপৰ্য্য। কিন্তু অদৈত্যবাদ হলে যে সংসাৰ ত্যাগ কৰিব লাগে তেনে নহয়। পানীত পদ্মনিবাস। কিন্তু সেই পানী আৰু বোকাৰ লগত পদ্ম যিদৰে লিপ্ত নাথাকে সেইদৰে মাত্ৰ গৃহস্থী ধৰ্ম্ম পালন কৰক। যেনে, য'ত আছে সদকৰ্ম্ম, যাৰ যেন জাতি ধৰ্ম্ম, সবু অপ্ৰয়াসে আত সিজে। তপ জপ যজ্ঞ দান, হোম তীৰ্থ ব্ৰত স্নান, ইহাত সমস্ত পুণ্য বীজে। বিষয়ৰ যত ভোগ, সবে কৰে উপভোগ, থাকে সবে পুত্ৰযাৱা সমন্বিত। নকৰে বেদৰ কৰ্ম্ম, এৰিলেক নিজ ধৰ্ম্ম, পৰহিংসা কৰে নিত নিত॥ নজানয় জ্ঞান কৰ্ম্ম, ব্ৰহ্মচাৰ্য্য তীৰ্থ ধৰ্ম্ম, নাহি বিৰকতি বিষয়ত। চিত্তক নিৰ্ম্মল কৰে, হেন ধৰ্ম্ম পৰিহৰে, তাড়ে আনো তন্ত্ৰ মন্ত্ৰ যত॥ দশম॥

এইবোৰ বৰ্ণাশ্ৰম ধৰ্ম্ম প্ৰথা। কিন্তু এইবোৰ এৰি যদি—কায়বাক্য মনে দৃঢ় কৰিয়া একান্ত চিত্ত যিটো হৰিনাম লয়ে মুখে। সমস্ত ধৰ্ম্মক দুখে যিটোগতি নাপায় সি বি গতি পাৱে মহা সুখে॥ দশম॥

এতেকে কায় বাক্য মন একে ৰাখি যদি ঈশ্বৰক ভজা হয় সেয়ে হব শৰণ। সেই শৰণ হলে জগতৰ বাধ্য বাধকতাৰ পৰা আঁতৰ হয়। যিহেতু—

পুৰুষোত্তমৰ প্ৰেম ভকতি সুখক মাত্ৰ
নিশ্চয় কৰিলে যিটোজন।
শৰণ কালৰে পৰা বিধিৰ কিঙ্কৰ শুচি
সদা কৰে শ্ৰৱণ কীৰ্ত্তন। নামঘোষা॥

শোক মোহ মহাপঙ্ক মাজে অৰ্জ্জুন মগন দৈন্যা দেখি
পাছে ঈশ্বৰ চৈতন্য মুৰ্জন।

কৃপায়ে ঈশ্বৰে তত্বকহি উদ্ধাৰিলা নিজ ভকতক
হেন ঈশ্বৰৰ চৰণে লৈলো শৰণ॥
—নামঘোষা॥

শুৰে মেঢ়াই পদ্মগোট ওপৰক তুলি।
গজেন্দ্ৰে শৰণ লৈল ত্ৰাহি হৰি বুলি॥
শুনি শীঘ্ৰে চৰি হৰি গড়ুড়ৰ স্কন্ধে।
জগতক ৰাখিবাক আসিলা প্ৰবন্ধে॥

এতেকে যি ঈশ্বৰত দৃঢ়ভাৱে শৰণ লব তেওঁৰ ঈশ্বৰ সদায় সহায় হব। যেনে—একান্ত শৰণে যিটো নাম লয়ে, ফুৰে হৰি তাক ৰাখি। ঈশ্বৰ যাৰ ৰক্ষক সেইজন আকৌ দোষেৰে দোষী, পাপেৰে পাপী, হীন কেতিয়াও নহয়। কিন্তু শৰণ বোলা বস্তুটো—

একান্ত ভক্তৰ পদ ৰেণুশুদ্ধ চিত্তযাথে
অভিষেক নকৰয় মানে।

বহু বাক্যবিদ্ বহু সমাজত শৰণ হব নোৱাৰে। এই কথাৰ জলন্ত প্ৰমাণ এক শৰণক লক্ষ্য কৰি শ্ৰীমন্ত মাধৱ পুৰুষে কৈছে এই —

বৰ্ণাশ্ৰম আদি যত যাৰ যেন বিধি আছে
তাৰেসে কেৱলে অধিকাৰ।
হৰি নাম কীৰ্ত্তনত নাহিকে নিয়ম একো
এতেকেসে ধৰ্ম্মমাজে সাৰ॥ নামঘোষা॥

নাহি সত্য শৌচ কলিৰ যুগত নানেসে পৰম ধৰ্ম্ম।
বেদৰ সাৰক নধৰে নামক শাস্ত্ৰৰ নুবুজি মৰ্ম্ম॥
যাত আছে বুদ্ধি ধৰা মহৌষধি সংসাৰ ব্যাধিৰ নাশ।
—(৬ষ্ঠ স্কন্ধ)

চাৰি বেদ আঠাদশ পুৰাণ ভাৰত স্মৃতি
পৰম বেদান্ত ভাগৱত।
সনক সনন্দ মুনি যোগী জ্ঞান বিচাৰিয়া
উদ্ধাৰিলা ইটোসাৰ তত্ব।
আগম পুৰাণ বেদ বেদান্তৰ তাতপৰ্য্য
জানি কথা ভকতিক সাৰ।

শ্ৰৱণ কীৰ্ত্তন বিনা আনপূন্য নপাই জানা
ইটো ঘোৰ সংসাৰৰ পাৰ ॥
-কীৰ্ত্তন)

প্ৰজাপতি পূৰ্ব্বত আনিয়া বেদচাৰি ।
তিনিবাৰ উলটীয়া চাহিলা বিচাৰি ॥
এহিমানে বিধাতা বেদ পাইলা সাৰ ।
হৰি কীৰ্ত্তনেসে তৰে দোৰ্ঘোৰ সংসাৰ ॥ (ভাঃ দশমস্কন্ধ)

জগত নিস্তাৰৰ উপায় ব্ৰহ্মায়ো হৰিনাম কীৰ্ত্তন কৰাবে বেদৰ সাৰ তত্ব বুলি নিশ্চয় কৰিছে। তাকে লক্ষ্য কৰি এইদৰে কৈছে—

চাৰিবেদ পুৰাণ যত ভাৰত গীতা ভাগৱত চাই ।
ওহি সাৰ বিচাৰ কযে ভাষত হৰিবিনে তাৰব নাই ॥
(বৰগীত)

নাৰায়ণ নাম নৰ সমস্তৰ প্ৰসিদ্ধ চৌৰ বিশেষ ।
অনাদি জন্মৰ সঞ্চিত পাতক স্মৰণে হৰে নিশেষ ॥
— নামঘোষা

নাৰায়ণেতি সাব্দতিমোজল্পান্তি নিত্যমা। তেষাং ভক্তি চমুক্তি চ ভবিস্যন্তি নমঃ সয়ঃ ॥ (ভাগৱত ১০ম স্কন্ধ)
নামৰ মহিমা নজানি ঋষিযে আন প্ৰায়শ্চিত্ত বিযৈ ।
মৃত্যু সঞ্জীৱনি নজানি সিবৈদ্য আন ঔষধক দিবৈ ॥
কেৱলে কীৰ্ত্তনে সংসাৰ তৰি
বদ্ধ চিত্তি হোৱে আপুনি হৰি ॥
কৃৰিয়া কীৰ্ত্তন কলিত আতি ।
পাৱে বৈকুণ্ঠক চৌত্ৰিশ জাতি ॥
সমস্ত লোকৰ ধৰ্ম্মক এৰি ।
বিষ্ণুৰ নামক সততে ধৰি ॥
সিজনে বিগতি লভিব সুখে ।
যমস্তে ধাম্মিক নপাইব দুখে ॥
সিটো চাণ্ডালক গৰিষ্ঠ মানী ।
যাৰ জিহ্বাগ্ৰে থাকে হৰি বাণী ।
সহিসেহে কুলীন বেদক বুজে ।
যাহাৰ মুখে হৰি নাম সিজে ॥

পঞ্চম মহা পাপী যিটো জন ।
তাৰ প্ৰায়শ্চিত্ত হৰি কীৰ্ত্তন ॥
তাক লাগিভৈল হৰিৰ মতি ।
সিযো মোৰ ভৈল ৰাখো সম্প্ৰতি ॥
ব্ৰহ্মবধি গুৰু বধি যতেক ।
পিতৃ মাতৃ বধি পাপী অনেক ॥
কুকুৰ খাই যিটো ম্লেচগণ ।
সিও শুদ্ধ হোৱে হৰি কীৰ্ত্তন ॥
চাণ্ডালে হৰি নাম লৱে মাত্ৰ ।
কৰিবে উচিত যজ্ঞৰ পাত্ৰ ॥

অৰ্থাৎ জগতত যিমানবোৰ সদকৰ্ম্ম যাগ-যজ্ঞ আছে সেই যজ্ঞ বৰ্ণাশ্ৰম ধৰ্ম্মমতে যাৰ যেনেকুৱা বিধি আছে, তেনেদৰে যাগ-যজ্ঞ আচৰণ কৰে। আৰু তাৰ ফল স্বৰ্গাদি ফল পায় তেনে বৰ্ণাশ্ৰম ধৰ্ম্ম আচৰণ নকৰা কিম্বা হীন কুলত জন্ম হোৱা যাগ-যজ্ঞ কৰা দূৰে থাকক বেদৰ আখৰ চালে চকু কঢ়া, বেদ গালে জিভা কটা, কেনেবাকৈ অজানন্ত বেদ গালে বা চালে তেনেজনক মনুৰ বচন অনুসাৰে গাত বুকুলীখেৰ বান্ধি জুই লগাই দিযা, এনে এজন হীন জাতিযে বা চাণ্ডাল জাতিযে শুদ্ধভাৱে হৰি নাম লয় তেন্তে তেওঁ সকলো যজ্ঞৰ পাত্ৰ অৰ্থাৎ সকলো যজ্ঞ কৰাৰ সমান হয়। সেইজন মহা ম্লেচ হলেও কেতিয়াও অপবিত্ৰ নহয়।

সমস্ত তীৰ্থত স্নান কৰিলেক সৰ্ব্বযজ্ঞে
দীক্ষিত ভৈলেক সিতোজন ।
সমস্ত দানৰ ফল সি সিজনে পাইলে আতি
যিটো কৰে নামৰ কীৰ্ত্তন ॥
মাধৱে বোলন্ত মোক কৃষ্ণ কৃষ্ণ কৃষ্ণ বুলি
সদাৰে স্মৰৰে যিটোজন ।
জলহস্তে যেন পদ্ম নৰকৰ পৰা তাক
আপুনি উদ্ধাৰো জনম ॥ নামঘোষা ॥

যদি কোনোৱে কয় কলিৰ বল বেছি, সেই কাৰণে কোনো লোক এক শৰণ হব নোৱাৰে। তাৰ উত্তৰত এই যে—

যদ্যপি দুৰ্জ্জন কলি হৰি ভগতিৰ পথ
কৰিলেক বিৰল প্ৰচাৰ।
একান্ত শৰণে যিটো শ্ৰৱণ কীৰ্ত্তন কৰে
ওচৰ নচাপে কলি তাৰ॥

ঋষি মুনিসকলৰ যি উদাৰ মত পাপীক উদ্ধাৰ কৰা সেইমতে শ্ৰীমন্ত শঙ্কৰ গুৰুৱে লিখা—

লয়ে একমাত্ৰ শৰণ কৃষ্ণত
অন্যদেৱে নেদে মতি।
তপ-জপ যজ্ঞ এৰিয়া কেৱল
কৃষ্ণত কৰে ভকতি॥
হেনয় বিৰল ভকত সকলে
সমস্ত পাপক মোসে।
প্ৰচণ্ড আদিত্য যেন জগতৰ
তিমিৰ নিসেসে সোহে॥ ৬ষ্ঠ স্কন্ধ॥

যদি এক শৰণ নহৈ দৈত্য ভাবত মানুহ থাকে তেওঁৰ অৱস্থা যেনে—

হৰিত ভকতি যিজনে নকৰে পৰম মলিন বুদ্ধি।
যদি কোটিবাৰ কৰে প্ৰাযশ্চিত্ত তথাপি নুহিকে শুদ্ধি॥
যেন সুৰা ভাণ্ড সমস্ত তীৰ্থত পখালি শিপাৱে দুখ।
জানা কদাচিত নুহিকে পবিত্ৰ তেহ্নয় হৰি বিমুখ॥
৬ষ্ঠ স্কন্ধ ভাগৱত॥

এই অৱস্থাৰ লোক সকলক বাদ দি—

একবাৰ মাত্ৰ কৃষ্ণ চৰণক কৰিলে মনে নিবেশ।
এতেকে সকলে ভৈল প্ৰায়শ্চিত্ত গুচিল পাপী নিশেষ॥
যমৰ দূতক চকুত নেদেখে এৰাইল কালৰ হাত।
হৰি ভকতিৰ অল্পয়ে নিস্তাৰে কহিলো সবে সাক্ষাতে॥
পৰম জ্ঞানৰ পৃথত কৰিয়া ভকতিসি শ্ৰেষ্ঠ আতি।
ভকতি কৰিলে পৰম পবিত্ৰ হোৱে মহা অন্ত্যজাতি॥

এতেকে যিসকল ঈশ্বৰত এক শৰণ হৈছে সেইসকল কেনেকৈ অপবিত্ৰ তাক নেজানো, মুঠতে সেইসকলৰ পৰা জগত পৰ্য্যন্ত পবিত্ৰ হয়। অস্পৃশ্যনো কোন? এই বিচাৰ কৰিলে যিসকল ঈশ্বৰত বিমুখ, ভোগৰ অৰ্থে অনেক দেৱদেৱী পূজা কৰে সেইসকল বৰ্জন বুলি শাস্ত্ৰই প্ৰমাণ কৰিছে। এই কথা ভকতি প্ৰদীপত সুশীল ব্ৰাহ্মণে ইন্দ্ৰক পূজা কৰাত ভকতি চাণ্ডালীয়ে কোৱা কথালৈ লক্ষ্য কৰিলেই জলন্ত প্ৰমাণ পোৱা যায়।

হেন দেখি পাছে ভকত চাণ্ডালী বিস্ময় মনত গুণী।
সমীপ চাপিয়া বিপ্ৰত পুছিলা কামক পূজা আপুনি॥
তোমাক দেখোহো মহাসাধুজন পণ্ডিত উত্তম মতি।
দাসী হেন মানি কযো নিষ্টেমোত কৰিয় তাতো ভকতি।
চাণ্ডালীৰ হেন বচন শুনিয়া সুশীলে নমাতি আছে।
কতোক্ষণ মানে ঠেশ কৰি ৰহি মেলিল চক্ষুক পাছে॥
মহামদ গৰ্ব্বে চাণ্ডালীক চাই বুলিলা তুলিয়া মাথ।
যাক পূজো মই তই নজানস তেন্তে ত্ৰিজগত নাথ॥
গন্ধে ধূপ-দীপে পুষ্পে পূজো নিতে পৰম পবিত্ৰ হই।
কিবা সোধ মোত চাণ্ডালিনী তোত কহিবাক যোগ্য নুই।
এতেকে বুলিয়া আসন ভিৰিযা বৈল দ্বীজ মৌন হই।
শুনি চাণ্ডালিনী বিষ্ণুক স্মৰিলা বৃদ্ধাঙ্গুষ্টে কৰ্ণ চুই॥
বিপ্ৰৰ দোৰ্ঘোৰ কৰ্ম্ম দেখি সিতো চাণ্ডালী বিস্ময় ভৈলা।
মোত মহাপাপ সিজিল বুলিয়া বিষ্ণু বিষ্ণু স্মৰি বৈলা॥
শুনা পাছ কথা কৰিলা চাণ্ডালী—

দ্বীজৰ দোৰ্ঘোৰ চৰ্ম্ম দেখিয়া সাক্ষাত।
নাকত আঙ্গুলী দিযা ৰহিলাত'আত॥
অন্য দেৱ-পূজি ইতো হইবে চাৰ খাৰে।
আৰ দুভাগ্যক কেনে বৰ্ণাই বাক পাৱে॥
কিনো বিষ্ণু মাযাযে কৰিলেক বুদ্ধি ভেদ।
চাই চাই চাণ্ডালী দ্বীজক কৰে খেদ॥
সৰ্ব্ব দেৱ তুষ্ট হোৱে কৃষ্ণক পূজনে।
কহে হেন উপনিষদৰ মন্ত্ৰ গণে॥
ইয়ো বেদ বাক্যক লঙ্ঘিলে দুৰাচাৰ।
কৃষ্ণক অধিক বোলে ইন্দ্ৰোস আৰাৰ॥
পৃথকে ঈশ্বৰ মানী পূজে বাসৱক।
অৱহেলা কৰিলেক ঈশ্বৰ কৃষ্ণক॥
আপোনাক সৰ্ব্বনাশ কৰিলে আপুনি।
আচৰ্য্যতো আচৰ্য্য দেখিলোঁ মহা গুণী॥

হেন ইন্দ্ৰ শ্ৰেষ্ঠ ভৈলা কেনমতে আসি ।
ইতো কথা শুনন্তে মোহোৰ উঠে হাসি ।।
কিনো দিন মও আজি মিলিল অসুখ ।
পঁক্ষাতে দেখিলো হৰি বিমুখৰ মুখ ।।
পৰম অধৰ্ম্ম বীজ ইহাৰ আলাপে ।
ভৈল অপবিত্ৰ মোত পৰশিলে পাপে ।।
কেন মতে শুদ্ধ হৈবো মনে কৰি ধ্যান ।
সখী সমস্তক বোলৈযাস্তে কৰ স্নান ।।
সঞ্চৰাইল আমাত পাতক অধোগামী ।
এহি বুলি গঙ্গাত মজিলা জলে নামি ।।
সযত্নে কৰিয়া স্নান বোলে তুতি বাক ।
কৃষ্ণ পাদোদকে কৰা পবিত্ৰ আমাক ।।
অসন্ত সঙ্গৰ পাপ গুচাযো আমাৰ ।
দিলা বুৰ অষ্টাধিক একশত বাৰ ।।
নউগুছে মোহোৰ মনৰ মহাপাপ ।
এহি বুলি কৃষ্ণ নাম মাত্ৰ কৰে জাপ ।।
মহাভক্তি ভাৱে জপি সহস্ৰেক নাম ।
কৃষ্ণক প্ৰাৰ্থীলা পাছে হেন মন কাম ।।

অভকতৰ লগত কথাৰ আলাপ হোৱাৰ কাৰণে চাণ্ডালীয়ে এশ আঠবাৰ গঙ্গা জলত সযত্নে স্নান কৰি আকৌ অন্তৰৰ পৰা দূৰ হবৰ কাৰণে বিষ্ণুৰ সহস্ৰ নাম নাম জপ কৰিছে সেই সময়ত মহৰ্ষি নাৰদ উপস্থিত হৈ চাণ্ডালীযে কৃষ্ণ নাম জপ কৰি থকা দেখি নাৰদে কিয নাম জপ কৰিছ আৰু তোৰ মন চাঞ্চল্য কিয বুলি সোধাত চাণ্ডালীয়ে ঋষিৰ পাৱত দণ্ডৱতে পৰি কাকুতি মিনতি কৰি কয়—

সিজিল পাতক পাষণ্ডৰ আলাপত ।
প্ৰথমে মজিলো মই গঙ্গাৰ জলত ।।
বাহিৰে শৰীৰ শুদ্ধ ভৈল মনে মনো ।
অভ্যান্তৰ পাপ নৌউগুছে হেন জানো ।।
মহৰে মনৰ মল কোটি তীৰ্থ স্নানে ।
এতেকে কৃষ্ণত চিত্ত দিয়া সাৱধানে ।।
কৃষ্ণৰাম নাম মহা মন্ত্ৰ কৰো জাপ ।
পাপীনিৰ হোক মন পৰম নিষ্পাপ ।।

তেতিয়া নাৰদে ক'লে—

যি কথা কহিলি ইটো অদভূত আতি ।
পৰম অশুদ্ধ তই চাণ্ডালিনী জাতি ।।
অত্যন্ত অন্ত্যজ আউৰ নাহি তোৰ সম ।
তোহাৰ অশ্ৰস্য আছে কোননো অধম ।।
তোক অপবিত্ৰ কৰে কোননো পামৰ ।........ ।।

চাণ্ডালীৰ উত্তৰ——

কৃষ্ণেসে পৰম দেৱ সংসাৰত সাৰ ।
পাতকীয়ো তৰে নাম মাত্ৰ লৈলে যাৰ ।।
তাঙ্ক এৰি যিটো আন দেৱতাক পূজে ।
পশুতো অধম সিটো একোৱে নুবুজে ।।
কুকুৰকো খাই যিটো মহাম্লেচ জাতি ।
তাতো কৰি জানা সিতো অপবিত্ৰ আতি ।।
হেন পাষণ্ডক মই কৰিলো আলাপ ।
এতেকে সিজিল মোত অমোচন পাপ ।।
হথাতে দেখিলো আসি পাতকী দোৰ্যোৰ ।
ভৈল মহা অপবিত্ৰ তনুমন মোৰ ।।
তাক শুদ্ধ কৰিবাক মোহোৰ নিমন্ত্ৰ ।
একচিত্তে জপো কৃষ্ণ নাম মহামন্ত্ৰ ।।

চাণ্ডালীৰ এই কথা শুনি নাৰদে কৈছে—

কিনো মহাভাগ্য এইৰ বুদ্ধি বিপৰীত ।
ঈশ্বৰ কৃষ্ণক কৰিলেক একচিত্ত ।।
ধন্য ধন্য চাণ্ডালিনী মণ্ডিত উত্তম ।
নেদেখিৰো পৰম ভকত তোক সম ।।
নিশ্চয়ে জানিলি তত্ত্ব কৃষ্ণ দেৱতাৰ ।
তোৰ দৰশনে ভৈলো আমিও উদ্ধাৰ ।
চাৰিও বেদৰ তত্ত্ব তই আচ জানি ।
তইসে উত্তম জাতি তই মহাজ্ঞানী ।।
তীৰ্থকো পবিত্ৰ কৰ ইটো কোন চিত্ৰ ।
তোৰ দৰশনে হইবে জগত পবিত্ৰ ।।
জগতৰে পূজ্য তৈনি ইটো কোন কথা
মোহোৰ বন্দনী তই জানিবি সৰ্ব্বথা ।।

ইত্যাদি অনেক শাস্ত্ৰৰ প্ৰমাণেৰে এক শৰণ ভাগৱতী ধৰ্ম্ম প্ৰচাৰ কৰিলে । এনেই ভাগৱতী, পণ্ডিত আৰু আচাৰ্য্য

লাভ কৰা হয় তেন্তে সেই বোৰত অস্পৃশ্য থকাতো শ্ৰীমন্ত শঙ্কৰদেৱৰ মতৰ বিৰোধী।

শ্ৰীমন্ত শঙ্কৰ গুৰুৱে ধৰ্ম্ম প্ৰচাৰত নানা কষ্ট ভুগিব লগাত পৰিছিল। আনকি বামুণৰ কূটবুদ্ধিত ৰজাঘৰৰ পৰাও অনেক দুখ পাইছিল। সেই কূট পৰামৰ্শ বামুণৰ পৰা ইমান কষ্ট হৈছিল যে একে ঠাইতে থকাৰো সুবিধা নাপাইছিল। সেইবুলি সকলো বামুণে যে হিংসা কৰিছিল এনে নহয়—বিষদ শাস্ত্ৰজ্ঞসকল তেৰাৰ অনুবৰ্ত্তী আৰু শৰণ গ্ৰহণ কৰিছিল। শ্ৰীমন্ত শঙ্কৰ গুৰুৰ প্ৰচাৰিত ধৰ্ম্মৰ সৎসঙ্গই প্ৰধান। সেই সৎসঙ্গ লাভ কৰিবৰ কাৰণেই পূৰ্ব্ববৰ্ত্তী ঋষিসকলৰ আশ্ৰম বা সত্ৰ থকাৰ ব্যৱস্থা অনুসৰি ঠায়ে ঠায়ে স্থান সত্ৰ পাতি তাত সৎসঙ্গ লাভৰ বাট মুকলি কৰিছিল। সেই সত্ৰ সমূহে অকল সৎসঙ্গ দিলেই যে হব এনে নহয় দেশ বিদেশে ধৰ্ম্ম প্ৰচাৰো কৰিব লাগিব সেই কাৰণে নানা ঠাইত সত্ৰৰ অনুষ্ঠান পাতিলে। শ্ৰীমন্ত শঙ্কৰ গুৰুৱে আজ্ঞা দিয়া ৮ জন, শ্ৰীমাধৱ পুৰুষে ১২ জন, পুৰুষোত্তম ঠাকুৰে ১২ জন, চতুৰ্ভূজ ঠাকুৰে ১২ জন, আৰু কণকলতা আয়ে ১২ জন সত্ৰীয়া বা প্ৰচাৰক পাতিছিল। আৰু শ্ৰীমন্ত শঙ্কৰ গুৰুৰ জীয়ৰীৰ বংশধৰ দামোদৰ আতা নৰোৱা সত্ৰ, অনন্তৰাম আতা শলগুৰি সত্ৰ, চক্ৰপাণী আতা চামগুৰি সত্ৰ, সাৰঙ্গ পাণি দীঘলী সত্ৰকে আদি কৰি এই সত্ৰীয়া সকলেই ধৰ্ম্ম প্ৰচাৰ কৰি মানুহক সৎসঙ্গ লাভ কৰাব। লগত সমাজ সংগঠন কৃষ্টি-কলা, কাৰুকাৰ্য্য, নৃত্যগীত আদি প্ৰচাৰৰ কাৰণে সত্ৰসকলৰ কৰ্ত্তব্য। কিন্তু কালক্ৰমত সেই প্ৰথাত যিমান বিলাক বাধা বিঘিনিয়ে আক্ৰমণ কৰি কৰ্ত্তব্য পথত ব্যাঘাত কৰিলে তাক লিখা বাহুল্য।

আচাৰ ভ্ৰষ্টক মোহোৰ ভকতি
পবিত্ৰ আতি কৰয়।
কোনোবা ইহাত আছয় আশ্চৰ্য্য
জানা সখী ধনঞ্জয়॥
যাতো মোক ভজি অনধিকাৰীয়ো
অন্ত্যজাতি যতজন।
সি সবক ঘোৰ সংসাৰত হন্তে
কৰয় অতি মোচন॥
স্ত্ৰী শূদ্ৰ বৈশ্য যত পাপজাতি
মোকে সবে সেৱাক'ৰি।
পৰম গতিক মহাসুখে যাই
ঘোৰ সংসাৰক তৰি॥
"ভক্তি-ৰত্নাকৰ"

# সম্পাদকীয়

শিলঙৰ শ্ৰীমন্ত শঙ্কৰদেৱ কৃষ্টি কেন্দ্ৰৰ মুখপত্ৰ "মুক্তি"য়ে বাইজৰ আশীৰ্ব্বাদ নিৰ্ম্মালী শিৰত লৈ, মানৱ কল্যাণ হেতু সেৱা ব্ৰতলৈ, জগতগুৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ পবিত্ৰ জন্ম তিথিত মুক্তি লাভ কৰিছে।

মহাপুৰুষ সকলৰ প্ৰৱৰ্ত্তিত আৰু প্ৰচাৰিত ভাগৱতী ধৰ্ম্মৰ মূলতত্ব—"যত জীৱ ত'ত শিৱ", "অহিংসা পৰমোধৰ্ম্ম" আদি বাণী সাৰোগত কৰি আৰু "শ্ৰদ্ধাযে আমাত ভকতি কৰিয়া চণ্ডালো পবিত্ৰ হয়"—এই সাৰ কথা হৃদযে ধৰি—"মুক্তি"যে মানৱসমাজৰ হিত সাধন কৰিবলৈ সঙ্কল্প লৈছে।

ধৰ্ম্মগুৰু, ধৰ্ম্মপ্ৰাণ মহাপুৰুষ সকলে জাতি গঠনৰ কাৰণে যি আঁহি আমাৰ আগত ৰাখি গৈছে, সেই আঁহি আগত লৈ পৰিবৰ্ত্তনশীল সমাজৰ তথা জগতৰ, বৰ্ত্তমান সময়ৰ দাবী মানি, জাতিৰ মঙ্গল বিধানকল্পে, যথাশক্তিৰে কাম কৰিবলৈ "মুক্তিযে" সাজু হৈছে। এনে কাৰ্য্যত প্ৰথম প্ৰচেষ্টাত আমাৰ অজানিত ভাবে অনেক ভুল ভ্ৰান্তি হোৱাৰ সম্ভাৱনা, আমাৰ তেনে ভুল ভ্ৰান্তি, দোষ ক্ৰুটি সুধী সমাজে যেন নিজগুণে ক্ষমা কৰে আৰু দোষ ক্ৰুটি সংগঠনমূলক আলোচনাৰে দৰ্শাই আমাক বাধিত আৰু উৎসাহিত কৰে—এইয়ে সৰল প্ৰাৰ্থনা।

আমাৰ বৈষ্ণৱ সাহিত্য অতি পুৰণি আৰু গৌৰৱপূৰ্ণ। বৰ্ত্তমান পাহৰণিৰ গৰ্ভত সেইবোৰ লোপ পোৱাৰ নিচিনা হৈছে। আমি আশা কৰো যেন আমাৰ এই 'মুক্তিৰ' জৰিয়তে আমাৰ পুৰণি বৈষ্ণৱ সাহিত্যৰ গবেষণামূলক আলোচনা হয়। যি পবিত্ৰ বৈষ্ণৱ ধৰ্ম্মই এদিন উচচ নীচৰ ব্যৱধান আঁতৰাই সাম্য, ঐক্য, শান্তি আৰু প্ৰীতি ভাব অসমত বিলাইছিল, সেই ধৰ্ম্মৰ যেন ব্যাপক আলোচনা আমাৰ "মুক্তি"ত হয় এইযে আমাৰ আশা। 'মুক্তি'ক কেৱল ধৰ্ম্মমূলক আলোচনাৰ দ্বাৰা সীমাবদ্ধ নকৰি, নীতিমূলক, আন আন উন্নযনমূলক সামাজিক প্ৰবন্ধাদি প্ৰকাশৰো ব্যৱস্থা হৈছে।

অসমীয়া জাতিৰ জনক, মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ উদাৰ দৃষ্টিভঙ্গিত অসমৰ পৰ্ব্বতীয়া আৰু ভৈয়ামবাসীৰ মাজত ভাতৃত্ব আৰু একতা বিৰাজ কৰিছিল। সেই আঁহিত অনুপ্ৰাণিত হৈ আমাৰ 'মুক্তি'যে বৰ্ত্তমান আমাৰ পৰ্ব্বতীয়া আৰু ভৈয়ামৰ ভাই সকলৰ মাজত গাঢ় ভাতৃত্ব স্থাপন কৰি বিৰাট অসমীয়া জাতি গঠনত সহায়ক হব বুলি আশা কৰা হৈছে।

বৰ্ত্তমান 'মুক্তি' প্ৰতি ছমাহে একো সংখ্যা ওলাব আৰু বছৰ আহিন মাহৰ পৰা আৰম্ভ হব। সুধী সকলৰ সহায় সহানুভূতি পালে, 'মুক্তি'যে প্ৰতি তিনি মাহে মুক্তি লাভ কৰিব পাৰে। অসমৰ কলা কৃষ্টি, ভাষা-সাহিত্য অকল অসমতে সীমাবদ্ধ নহৈ, যাতে বহুল প্ৰচাৰ হয় সেই কাৰণে পৰিকল্পনা কৰা হৈছে। উক্ত বিষয়ে ইংৰাজী ভাষাত লিখা প্ৰবন্ধ পাতিৰ এটি ভাগ আগলৈ সন্নিবিষ্ট কৰিবলৈকো মনস্থ কৰা হৈছে।

সকলো কামৰ প্ৰাৰম্ভণীতে বহুত অসুবিধাই দেখা দিযে। আমাৰ খ্যাতনামা লিখক সকলৈ প্ৰবন্ধাদি পঠাবলৈ, আবেদন নিবেদন কৰিও আশানুৰূপে প্ৰবন্ধ আদি পোৱাত আমি সফলতা লাভ কৰিব পৰা নাই। তথাপি যি কেইগৰাকীয়ে প্ৰবন্ধাদি দি 'মুক্তি' প্ৰকাশত সহায় কৰিছে, সেই সকললৈ আমাৰ কৃতজ্ঞতাৰ শৰাই

আগবঢোৱা হ'ল, আৰু আগলৈকো অসমৰ সুধী সমাজক প্ৰবন্ধাদি পঠাই 'মুক্তি'ক চানুকীয়া অৱস্থাৰ পৰা পূৰ্ণতা পাবলৈ সহায় কৰিব বুলি মিনতি জনোৱা হল ।

## মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ

বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কল্পে, অসমৰ পাহাৰে ভৈয়ামে বাস কৰা বিভিন্ন ধৰ্ম্মাৱলম্বী লোক সকলকো মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে শৰণ ভজন দি শিষ্য কৰি লৈছিল । দুঃখৰ বিষয় যে আজিও পাহাৰে ভৈয়ামে থকা আমাৰ ভাই সকলক অসমৰ সত্ৰাধিকাৰ সকলে বৈষ্ণৱ ধৰ্ম্মত দীক্ষিত কৰিবলৈ বিশেষ যত্নপৰ হোৱা দেখা নাযায় । আনফালে বিদেশী ধৰ্ম্ম প্ৰচাৰক সকলে আমাৰ এটি বিৰাট অংশক ধৰ্ম্মান্তৰিত কৰি, আমাৰ মাজৰ পৰা তেওঁলোকক আঁতৰাই নিবলৈকো কুণ্ঠিত হোৱা নাই । গতিকে আমি আশা কৰো জগতগুৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ ধৰ্ম্মসুত্ৰৰ উত্তৰাধিকাৰী আমাৰ ধৰ্ম্মগুৰু সকলে বৰ্ত্তমান সত্ৰৰ চাৰিবেৰৰ ভিতৰতে বৈষ্ণৱ ধৰ্ম্মৰ কাৰ্য্য-কলাপ আৱদ্ধ নাৰাখি, বৰ্ত্তমান জাতি গঠনৰ মহৎ আদৰ্শত অনুপ্ৰাণিত হৈ, স্থান কাল পাত্ৰ অনুসৰি বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰৰ যথোচিত ব্যৱস্থা গ্ৰহণ কৰে যেন ।

## কৃষ্টিকেন্দ্ৰ পৰিচিতি

শ্বিলং কৃষ্টি কেন্দ্ৰ—ৰাজধানী শ্বিলং নগৰীত শ্ৰীমন্ত শঙ্কৰদেৱ কৃষ্টি কেন্দ্ৰ স্থাপনৰ প্ৰথম সূচনা হয়, ইংৰাজী ১৯৪৯ চনৰ আগষ্ট মাহত । এই কৃষ্টি কেন্দ্ৰ স্থাপনৰ উদ্দেশ্যে শ্বিলংবাসী সদাসয় ৰাইজ সকলে চূড়ান্তভাৱে সিদ্ধান্ত গ্ৰহণ কৰি প্ৰথম আঁচনিত লৈছিল—

১। মণিকূট সহ এটি নামঘৰ ( সমূহীয়া প্ৰাৰ্থনাৰ বাবে ) ।

২। এটি ৰাজহুৱা সভাঘৰ ।

৩। এটি পুথিভঁৰাল সহ যাদুঘৰ ।

৪। এখন কাৰিকৰী বিদ্যালয় ।

৫। এটি শিশু বলিৰ ।

৬। প্ৰসূতি কেন্দ্ৰ, শিশু কল্যাণ কেন্দ্ৰ । 'নাৰ্চ' আদিৰ ঘৰে সৈতে ৰোগী ৰাখিব পৰা এটি পূৰ্ণাঙ্গ হাচপতাল ।

৭। এখন অনাথ আশ্ৰম ।

৮। দুটা বা তিনটা অতিথিশালা ।

৯। এটি ব্যৱসায় স্কুল ।

## নামঘৰ

সৰ্ব্ব প্ৰথমে অতি সামান্য পুঁজিৰে এটি অস্থায়ী নামঘৰ সজা হয় । তাতেই সকলো তিথি মহোৎসৱ পালন কৰা হৈছিল । পিচত মণিকূটসহ এটি নামঘৰ আহল বহল ভাবে কৰিবলৈ ভেটি স্থাপন কৰে অসমৰ মুখ্যমন্ত্ৰী শ্ৰীবিষ্ণুৰাম মেধি ডাঙৰীয়াই ইং ১৯৫৩ চনৰ ১৮ ফেব্ৰুৱাৰী তাৰিখে । এই নাম ঘৰটি মণিকূটসহ মুকলি কৰা হয় ইং ১৯৫৫ চনৰ ৪ মাৰ্চ্চ তাৰিখে ।

## দেৱ কুমাৰ স্মৃতি ভৱন ( ৰাজহুৱা সভাঘৰ )

এই স্মৃতি ভৱনটি হৈছে অসমীয়া মহিলা শ্ৰীমতী সুনীতি বালা দাসৰ দান । তেখেতৰ পুত্ৰ স্বৰ্গীয় দেৱ কুমাৰ দাসৰ নামত । তেখেতে অতি মৰমৰ এই পুত্ৰটিক তেওঁৰ ১৮ বছৰ বয়সত হেৰুৱায়, অতি শোকাবহ এটি দুৰ্ঘটনাৰ মাজেৰে ইং ১৯৫২ চনৰ ৬ চেপ্টেম্বৰ তাৰিখে-কলিকতাত । এই স্মৃতি ভৱনৰ ভেটি স্থাপন কৰে সেই সময়ৰ অসমৰ মন্ত্ৰী শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰী ডাঙৰীয়াই ইং ১৯৫৩ চনৰ ১৮ ফেব্ৰুৱাৰী তাৰিখে ।

এই স্মৃতি ভৱনৰ দ্বাৰ মুকলি কৰে ভূতপূৰ্ব্ব অসমৰ ৰাজ্যপাল শ্ৰীজয়ৰামদাস দৌলতৰামে ইংৰাজী ১৯৫৩ চনৰ ৬ চেপ্টেম্বৰ তাৰিখে । তেখেতে দেৱকুমাৰ দাস স্মৃতি ভৱনৰ দ্বাৰ মুকলি কৰা ভাষণত কৈছিল :— "এই স্মৃতি ভৱনৰ অন্তৰালত কেইটামান বিভিন্ন ধৰণৰ মহৎ প্ৰেৰণা লুকাই আছে । প্ৰথমতে ইয়াত লুকাই আছে পুত্ৰৰ প্ৰতি অকৃত্ৰিম মাতৃস্নেহ । দ্বিতীয়তে ইয়াৰ অন্তৰালত আছে এক পৰোপকাৰ আৰু

বাজহৰা সেৱাৰ প্ৰেৰণা। সৰ্ব্বশেষত এই ভৱনৰ অন্তৰালত লুকাই আছে ভগবানৰ নাম কীৰ্ত্তন হোৱা ঠাইৰ লগত সততে সংযোজিত এক উচচ আধ্যাত্মিক পাৰিপাৰ্শ্বিকতা"।

## কাৰিকৰী বিদ্যালয়

এই বিদ্যালয়ৰ মুখ্য উদ্দেশ্য হৈছে পৰ্ব্বত আৰু ভৈয়ামৰ নিবনুৱা সমস্যাৰ কিছু সমাধান কৰা। বৰ্ত্তমানে এই বিদ্যালয়তে এটি বৈদ্যুতিক যন্ত্ৰ, এখন বৈদ্যুতিক তাঁতশাল, দুখন চিত্তৰঞ্জন আৰু দুখন ফ্লাইচাতোল চলিব লাগিছে।

অসম চৰকাৰৰ কুটীৰ শিল্প বিভাগৰ সৌজন্যত এই বিদ্যালয়ত কাকত নিৰ্ম্মান, মৌ-পালন আৰু বাটে কাম শিক্ষাৰ ব্যৱস্থাও কৰা হৈছে।

এই বিদ্যালয়টিক এটি পূৰ্ণাঙ্গ কাৰিকৰী বিদ্যালয়ত পৰিণত কৰিবলৈ লো, টিন, ব্ৰোঞ্জ, কাঁহ, পিতল আদিৰ কাম শিক্ষা কৰা শ্ৰেণী খোলাৰ কথাও আঁচনিত লোৱা হৈছে।

## পুথিভঁৰাল যুক্ত যাদুঘৰ

কংক্ৰীটৰ দুমহলীয়া এটি ঘৰ সজাৰ কাম বৰ্ত্তমান সম্পূৰ্ণতাৰ বাটত। এই ঘৰতে শঙ্কৰী যুগৰ বা তাৰো আগৰ নানা ধৰণৰ পুথি পত্ৰ বা লুপ্তপ্ৰায় শিল্প-কলাৰ নিদৰ্শন বস্তুৰ সংৰক্ষণ আৰু প্ৰদৰ্শনৰ ব্যৱস্থা কৰিবলৈ যত্ন কৰা হৈছে।

## শিশু-মন্দিৰ

বৰ্ত্তমান 'মন্তেচৰী' পদ্ধতিত কণ কণ লৰা-ছোৱালীবিলাকক শিক্ষা দিয়া হৈছে। এই শিশু মন্দিৰটিক মণ্টেচৰী পদ্ধতিৰ এটি প্ৰশিক্ষণ কেন্দ্ৰত পৰিণত কৰিবলৈ যত্ন কৰা হৈছে। কৃষ্টিকেন্দ্ৰৰ আবেষ্টনীৰ মাজত হোৱা এই অনুষ্ঠানটিত অকণিহঁতক ৰাতিপুৱা সবল গছৰ তলে তলে ৰং-ধেমালি কৰি হাঁহিমুখে পঢ়িবলৈ যোৱা দেখিলে কাৰ মনত ভাল নালাগিব।

## নংপো শাখা

শ্বিলং কৃষ্টি কেন্দ্ৰৰ এটি শাখা, গুৱাহাটী আৰু শ্বিলঙৰ মাজ ঠাই নংপোত স্থাপন কৰা হৈছে। নংপো এলেকাৰ ভিতৰুৱা গাওঁ মৰঙ্গাত এটি স্কুলঘৰ সজা কাম সম্পূৰ্ণ কৰা হল। সেই অঞ্চলৰ পাহাৰীয়া ৰাইজৰ জীৱনৰ মান উন্নত কৰা আৰু অসমীয়া ভাষা কৃষ্টি, সাহিত্যৰ লগত অতীতৰ হেৰোৱা সংযোগ পুনৰ স্থাপন অভিপ্ৰায়ে সংগঠনমূলক কামৰ গ্ৰামোন্নয়ন আঁচনি গ্ৰহণ কৰা হৈছে।

মৰঙ্গাৰ এই গ্ৰামোন্নয়ন কেন্দ্ৰ মুকলি কৰে অসমৰ মুখ্যমন্ত্ৰী শ্ৰীবিষ্ণুৰাম মেধি ডাঙৰীয়াই ইং ১৯৫৬ চনৰ ১২ মেই তাৰিখে। এই গ্ৰামোন্নয়ন কেন্দ্ৰ মুকলি কৰা ভাষণত তেখেতে এনে জনহিতকৰ কাৰ্য্য কলাপৰ কাৰণে শ্ৰীমন্ত শঙ্কৰদেৱ কৃষ্টি কেন্দ্ৰৰ কৰ্ম্মী সকলৰ শলাগ লয় আৰু এই পিচপৰা অঞ্চলৰ পাহাৰীয়া ডেকা-বিলাকক মিস্ত্ৰী কাম, কমাৰ কাম, চিলাই আদিৰ কাম শিকাবলৈ এটি প্ৰশিক্ষণ কেন্দ্ৰ খুলিবৰ কাৰণে ১৫০০৲ টকা মঞ্জুৰ কৰে। এই দানৰ বাবে আমি অসম চৰকাৰ আৰু তেখেতৰ ওচৰত কৃতজ্ঞ।

## বন মহোৎসৱ পালন

শ্বিলং কৃষ্টি কেন্দ্ৰত এইবাৰ ১৯৫৬ চনৰ জুলাই মাহত, অসমৰ ভূতপূৰ্ব্ব বনমন্ত্ৰী আৰু বৰ্ত্তমানৰ স্বাস্থ্য-মন্ত্ৰী শ্ৰীৰূপনাথ ব্ৰহ্ম ডাঙৰীয়াৰ পৌৰোহিত্যত বন-মহোৎসৱ সুসম্পন্ন হয়। এই উৎসৱত অসমীয়া, খাছিয়া, জয়ন্তীয়া, নেপালী, বঙালী স্থুলীয়া লৰা-ছোৱালীৰ বাহিৰেও, জাতিবৰ্ণ নিৰ্ব্বিশেষে সকলো সম্প্ৰদায়ৰ লোকে যোগদান কৰিছিল। কৃষ্টি কেন্দ্ৰৰ হাউলীত সৰ্ব্বমুঠ ২৫০ টাতকৈ অধিক ফুল আৰু ফলদায়ক নানাবিধ গছৰ পুলি ৰোপন কৰা হয়।

## সেৱা কেন্দ্ৰ (ডাক্তৰখানা)

অসমৰ মুখ্যমন্ত্ৰী শ্ৰীবিষ্ণুৰাম মেধি ডাঙৰীয়াই ইং ১৯৫৬ চনৰ ৬ চেপ্তেম্বৰ তাৰিখে, মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰ-

দেৱৰ তিৰোধান তিথি মহোৎসৱৰ দিনা এই সেৱা কেন্দ্ৰ (ডাক্তৰখানা)খন অতি গাম্ভীৰ্য্যপূৰ্ণ পৰিবেশৰ মাজত মুকলি কৰে। এই মুকলি কৰা সভাৰ সভাপতি আছিল খাছী জনজাতীয় নেতা শ্ৰীজে, ৰিঙা ডাঙৰীয়া।

অসমৰ স্বাস্থ্যবিভাগৰ মন্ত্ৰী আৰু জনজাতীয় অন্যতম নেতা শ্ৰীৰূপনাথ ব্ৰহ্ম ডাঙৰীয়াই এই সেৱাকেন্দ্ৰ পৰ্ব্বত ভৈয়ামৰ ভাতৃত্ব গঠনত সহায়ক হব বুলি সন্তোষ প্ৰকাশ কৰে আৰু ইয়াৰ উন্নতি কামনা কৰি, এনে জনহিতকৰ কামৰ কাৰণে কেন্দ্ৰৰ উদ্যোক্তা সকলৰ শলাগ লয়। এই সেৱা কেন্দ্ৰৰ সৌজন্যত এটি চলন্ত ডাক্তৰখানা ভিতৰ অঞ্চলৰ জনজাতীয় ভাই-ভণী সকলৰ চিকিৎসাৰ্থে দিয়া কৰা হৈছে।

## শ্ৰীমন্ত শঙ্কৰদেৱৰ তিৰোভাৱ তিথি পালন

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ তিৰোভাব তিথি যোৱা ৬ চেপ্তেম্বৰ তাৰিখে শ্বিলঙৰ শ্ৰীমন্ত শঙ্কৰদেৱ কৃষ্টি কেন্দ্ৰত মহা সমাৰোহেৰে পালন কৰা হয়। উষা-কীৰ্ত্তন, প্ৰভাতফেৰী, শোভাযাত্ৰা, সেৱাকেন্দ্ৰ (ডাক্তৰ-খানা) উদ্বোধন, দুপৰীয়া নাম ঘৰত নাম কীৰ্ত্তন, ভাতি-বেলা ৰাজহুৱা সভা, সাংস্কৃতিক অনুষ্ঠান, নিশা নগাওঁ ৰহা বাইজৰ ভাওনা আদিযেই আছিল—এইবাৰৰ তিথি মহোৎসৱৰ উল্লেখযোগ্য কাৰ্য্য-ক্ৰমণিকা।

বিভিন্ন কাৰ্য্য-সূচীৰ ভিতৰত অসমৰ মুখ্যমন্ত্ৰী শ্ৰীবিষ্ণুৰাম মেধি ডাঙৰীয়াৰ দ্বাৰা সেৱাকেন্দ্ৰ উদ্বোধন আৰু উক্ত কেন্দ্ৰৰ কাৰণে ৫০০০৲ (পাঁচ হাজাৰ) টকাৰ প্ৰতিশ্ৰুতি দান, দুপৰীয়া শ্ৰীশ্ৰীনিকামূল সত্ৰাধিকাৰ শ্ৰীগহন চন্দ্ৰ গোস্বামীদেৱৰ নেতৃত্বত হোৱা, জাতি ধৰ্ম্ম বৰ্ণ নিৰ্ব্বিশেষে, পুৰুষ মহিলাৰ সমবেত নাম কীৰ্ত্তন, ভাতিবেলা অসমৰ ৰাজহ আৰু অৰ্থ মন্ত্ৰী শ্ৰীমতিৰাম বৰা ডাঙৰীয়াৰ সভাপতিত্বত হোৱা ৰাজহুৱা সভাত নিৰ্দ্দিষ্ট বক্তা স্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰীৰ ধৰ্ম্ম ব্যাখ্যা আৰু শ্ৰীদেবেন্দ্ৰ নাথ বৰা দেৱৰ (এচিষ্টেণ্ট ইন্সপেক্টৰ জেনেৰেল অব্ পুলিচৰ) জগৎগুৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ বিষয়ে দিয়া বক্তৃতা বিশেষভাবে উল্লেখযোগ্য।

## অনাথ আশ্ৰম আৰু অতিথিশালা

এই দুযোটি কাম অনতিপলমে হাতত লোৱাৰ আশা কৰা হৈছে।

## কৃতজ্ঞতা প্ৰকাশ

এই কৃষ্টি কেন্দ্ৰ স্থাপনৰ কাৰণে কেন্দ্ৰীয় চৰকাৰ, ৰাজ্যিক অসম চৰকাৰ, মিউনিচিপেলিটিৰ পৰা পোৱা দানৰ উপৰিও পূজ্যপাদ (সকল) শ্ৰীশ্ৰীদিহিং সত্ৰাধিকাৰৰ পৰা পোৱা ৫০০০৲ টকা, শ্ৰীশ্ৰীআউনিআটি সত্ৰাধিকাৰৰ পৰা ২৫০০৲ টকা, আৰু শ্ৰীশ্ৰীদক্ষিণপাট সত্ৰাধিকাৰৰ পৰা ৯৮৫৲ টকাৰ দান বিশেষ উল্লেখযোগ্য।

তাৰোপৰি অসমৰ ৰাজ্যপাল আৰু মন্ত্ৰীসকলৰ স্বেচ্ছাধীন পুঁজি, আৰু ৰাইজৰ পৰা পোৱা অল্প বিস্তৰ বহু দানৰ বাবে, আমি সকলোৰে ওচৰত কৃতজ্ঞ থাকিলো। আগলৈকো এই ৰাজহুৱা অনুষ্ঠানটি ৰাইজৰ দানত পূৰ্ণ উদ্যমে চলি, জাতি বৰ্ণ নিৰ্ব্বিশেষে সমূহ মানৱ জাতিৰ কল্যাণ সাধিবলৈ যাউতীযুগীয়া যেন হয়, তাৰ বাবে ভগবানৰ ওচৰত প্ৰাৰ্থনা জনাই, ৰাইজৰ ওচৰত সকলো প্ৰকাৰ সহযোগিতা কামনা কৰা হল।

## আমাৰ ত্ৰুটি স্বীকাৰ—

জগত গুৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ তিৰোভাৱ তিথি উপলক্ষে গত ৬ চেপ্তেম্বৰ তাৰিখে প্ৰকাশ হব লগীয়া আমাৰ আলোচনী "মুক্তি" ছাপাখানাৰ দোষত মুক্তিলাভ

ৰ নোৱাৰিলে। গতিকে আমি বৰ দুখীত, আৰু ৰাবে ৰাইজৰ ওচৰত আমাৰেই ত্রুটি বুলি স্বীকাৰ বি নোৱাৰিলো।

**মিনতি—**

গুৰুজনাৰ জন্ম উৎসৱত "মুক্তি"যে ছপাখনাৰ। মুক্তিলাভ কৰি বৰ্ত্তমান ৰাইজৰ কাষ চাপিছে। শাকৰোঁ সদাশয় ৰাইজে মুক্তিক সাদৰে আদৰি আশীৰ্ব্বাদ নিৰ্ম্মালি যাচি, হাতত তুলি লব। এইযে আমাৰ সৰল মিনতি।

সম্পাদক, "মুক্তি",
শ্রীমন্ত শঙ্কৰদেৱ কৃষ্টি কেন্দ্ৰ, অসম,
শ্বিলং।




ভাগৱত ধৰ্ম্ম

হুয়া শৌচ কৰা নিত্যে [illegible] সংযম।
দিয়া দান সমস্তকে বুদ্ধি কৰি সম॥
পৰৰ ধৰ্ম্মক নিহিংসিবা কদাচিত।
কৰিবা ভূতক দয়া সকৰুণ চিত্ত॥
হুইবা শান্ত চিত্ত, সৰ্ব্ব ধৰ্ম্মত বৎসল।
এহি ভাগৱত ধৰ্ম্ম জানা মহাবল॥

শ্রীকৃষ্ণ বাণী।



# এজেণ্ট লাগে

## নিয়মাৱলী

১। ১০ খন কাকতৰ কমে এজেণ্ট নিয়োগ কৰা নহয়।

২। এজেণ্ট সকলে যিমান সংখ্যক কাকত লাগে, তাৰ কাৰণে আধা দাম আগধন হিচাবে জমা দিব লাগিব।

৩। শতকৰা ২০৲ বিশ টকা কমিচন দিয়া হব। এজেণ্ট সকলে বিক্ৰী কৰা কাকতৰ ধনৰ পৰাই নিজৰ কমিচন অংশ কাটি ৰাখি আমালৈ পঠাব। পঠোৱা খৰচ এজেণ্টৰ।

৪। মুক্তিৰ বছেৰেকীয়া বৰঙণি ২৲ টকা, প্ৰতি সংখ্যা ১৲ টকা।

৫। সকলো লিখালিখি "সহকাৰী সম্পাদক" আলোচনী প্ৰকাশ সমিতি, শ্ৰীমন্ত শঙ্কৰদেৱ কৃষ্টি কেন্দ্ৰ, শ্বিলং ঠিকনাত কৰিব।

সম্পাদক "মুক্তি"
আলোচনী প্ৰকাশ সমিতি।
শ্বিলং।

---

# বিজ্ঞাপন লাগে

সচিত্ৰ ছমহীয়া আলোচনী "মুক্তি"ত প্ৰকাশাৰ্থে বিজ্ঞাপন লাগে। তলৰ ঠিকনাত লিখালিখি কৰক। বিজ্ঞাপনৰ মূল্য নিৰূপণ কৰি তলত দিয়া হল।

সম্পাদক "মুক্তি"
আলোচনী প্ৰকাশ সমিতি, শ্বিলং।

## বিজ্ঞাপনৰ মূল্য নিৰূপণ

| | পূৰা পৃষ্ঠা | আধা পৃষ্ঠা | এক তৃতীয়াংশ পৃষ্ঠা |
|---|---|---|---|
| বেটুপাতৰ ভিতৰত | | | |
| আৰু শেষৰ পৃষ্ঠাত— | ৫০৲ | ৩০৲ | ২০৲ |
| ভিতৰৰ পৃষ্ঠাত— | ৪০৲ | ২৫৲ | ১৫৲ |

সহকাৰী সম্পাদক—
আলোচনী প্ৰকাশ সমিতি